# ASAMIYA SAHITYAR CHANEKI

OR

# TYPICAL SELECTIONS

FROM

## ASSAMESE LITERATURE

Vol. II

**PERIOD OF EXPANSION**

**Part IV**

EDITED BY

HEMCHANDRA GOSWAMI

ASSAM CIVIL SERVICE

PUBLISHED BY THE

UNIVERSITY OF CALCUTTA

1924

# নিৰ্ঘণ্ট।

## দ্বিজবৰ।



## নন্দীশ্বৰ দ্বিজ।



## খৰ্গেশ্বৰ দ্বিজ।



## বিপ্ৰ দামোদৰ।



## শ্ৰীনাথ দ্বিজ।



## নৰোত্তম দ্বিজ।



## ৰতিকান্ত দ্বিজ।



## ৰঘুনাথ দাস।



## অনন্ত বা হৃদয়ানন্দ।

## দৈত্যাৰি ঠাকুৰ।



## বিদ্যাচন্দ্ৰ কবিশেখৰ আগমাচাৰ্য্য



## ভবানন্দ



## ভবদেব বিপ্ৰ।



## গঙ্গাদাস সেন।



## সুবুধিৰাই।



## ভবানী দাস।



## হৰিদাস বিপ্ৰ।



## গোপীনাথ পাঠক।



## বিদ্যা পঞ্চানন।



## দ্বিজ ৰমানন্দ।

# অসমীয়া সাহিত্যৰ চানেকি।

## দ্বিজবৰ।

### গীত গোবিন্দ।

জয় বৃন্দাবন চন্দ্র কৃষ্ণ ঘনশ্যাম।
জয় জগধাম মনোৰথ পূর্ণকাম ॥
ৰাধা মুখ পঙ্কজৰ যেহেন ভ্রমৰ।
যাৰ আজ্ঞা শিৰে বহে ব্রহ্মা দুর্গা হৰ ॥

চিদানন্দ দেৱকী নন্দন দয়াময়।
নমো নির্ব্বিকাৰ নিৰঞ্জন নিৰাময় ॥
যাহাৰ চৰণে মিলে ভকতি মুকুতি।
সুৰাসুৰ কিন্নৰে কৰয় যাক স্তুতি ॥

যাহাৰ ভয়ত মায়া কাম্পে তৰতৰি।
পৰম পাতকী সবো তৰে যাক স্মৰি ॥
হেন কৃষ্ণ পদ পঙ্কজৰ মধুকৰ।
পৃথিবী পালিলা ৰুদ্রসিংহ নৰেশ্বৰ ॥

যাহাৰ দিনত প্রজা সবে সুস্থ মনে।
আচৰয় শুদ্ধ ধর্ম্ম স্বকীয় ভবনে ॥
যেন মেঘগণে বৃষ্টি কৰি নিৰন্তৰে।
পৃথিবীৰ খাল বাম সবে সম কৰে ॥

বৰাহ স্বৰূপে দশনৰ আগে হৰি।
ধৰিলা ধৰণীখান আতি লীলা কৰি॥
শ্যাম ধৰণীত শুক্ল দন্তৰ আগত।
চন্দ্ৰত কলঙ্ক যেন দেখিয় সাম্প্ৰত॥

হেনয় বৰাহৰূপ ধৰি গদাধৰ।
জয় জয় দেৱ হৰি জগত ঈশ্বৰ॥
নৰসিংহৰূপে হস্ত পদ্মে নখচয়।
বজ্ৰ সম তীক্ষ্ণ তাক দেখি লাগে ভয়॥

সেহি নখে হীৰণ্যকশিপু অসুৰৰ।
দেহ ভ্ৰমৰক বিদাৰিলা দামোদৰ॥
জগতৰ পতি হেন নৰসিংহ দেৱ।
জয় জয় কেশৱ চৰণে কৰো সেৱ॥

অদ্ভুত বামনৰূপে বলিক চলিলা।
চৰণ চলায়া তিনি লোক বিয়াপিলা॥
সেহি চৰণৰ নখ জলে গঙ্গা ভৈলা।
তাত স্নান পান কৰি সবে শুদ্ধ ভৈলা॥

হেনয় বামনৰূপী দেৱ দয়াময়।
কেশৱ জগতপতি হুয়ো জয় জয়॥
পৰ্শুৰাম ৰূপে জমদগ্নিৰ গৃহত।
অবতৰি সমস্তে ক্ষত্ৰিয় কৈলা হত॥

তাসম্বাৰ ৰুধিৰে কৰিলা মহাহ্ৰদ।
তাত স্নানি সবে তৰে সংসাৰ আপদ॥
হেন পৰ্শুৰাম হৰি পুৰুষ কেশৱ।
জয় জয় জগতৰ ঈশ্বৰ মাধৱ॥

ৰামচন্দ্ৰ ৰূপে ৰঘুবংশে অৱতৰি।
লীলা কৰি ৰাৱণক ৰণত সংহৰি॥
দিকপাল সকলেৱো যাহাক বাঞ্ছয়।
ৰাৱণৰ হেনয় সুন্দৰ শিৰচয়॥

দশো দিশে ৰাৱণৰ সিতো মস্তকক ।
বলি কৰি দিলা দিক পাল সকলক ॥
জয় জয় হেনয় শ্ৰীৰাম মহাশয় ।
জগত নায়ক হৰি হুয়োক সদয় ॥

বলভদ্র ৰূপে শুক্ল শৰীৰে শোভন ।
কৃষ্ণবর্ণ মেঘসম ধৰিছা বসন ॥
লাঙ্গলৰ আঝোড়ত পীড়া পায়া দৃঢ় ।
মিলিল যমুনা আসি কৰি ভয় বৰ ॥

সেহি শ্যাম যমুনা আছয় যেন গাৱে ।
নীলবর্ণ বস্ত্র শোভা কৰে সেহি ভাৱে ॥
হেন হলধাৰী হৰি জগতৰ পতি ।
জয় জয় বলভদ্র কেশৱ সম্প্রতি ॥

বোধৰূপে অবতৰি জগত নায়ক ।
কৃপা মনে দেখুৱাই পশুৰ বধক ॥
নিন্দি আছা যজ্ঞৰ বিধান বেদচয় ।
কেশৱ হেনয় বোধৰূপী জয় জয় ॥

কলিৰ শেষত কল্কিৰূপে অবতৰি ।
ম্লেচ্ছ সমস্তক কাটিবাক মন কৰি ॥
ধৰিছা হাতত খড়গ মহা ভয়ঙ্কৰ ।
ধুমকেতু সম তাক দেখি লাগে ডৰ ॥

হেন কল্কিৰূপধাৰী কেশৱ মুৰাৰি ।
জয় জয় জগন্নাথ দুষ্ট অন্তকাৰী ॥
এহিমতে দশবিধ ৰূপ আছা ধৰি ।
বাৰম্বাৰ জগতৰ হিতক আচৰি ॥

হেনয় কেশৱ জগতৰ এক পতি ।
জয় জয় দেৱ হৰি অগতিৰ গতি ॥
জয়দেৱে ভনিলা কৃষ্ণৰ গুণ যত ।
শুনিতে পৰম সুখ মিলে শ্ৰৱণত ॥

সংসাৰৰ সাৰ কৃষ্ণ চৰিত্ৰ মঙ্গল।
শুনা সভাসদ আক পৰম নিৰ্ম্মল॥
প্ৰলয় পয়োধি গীত কৰি সমাপত।
পুনৰপি স্তুতি কৰিলন্ত যেন মত॥

গীতশ্ৰিত কমলাত নিবন্ধিবো তাক।
জয়দেব কবি যেন বুলিলন্ত বাক॥
লক্ষ্মীৰ স্তনক আলিঙ্গিয়া থাকা হৰি।
ৰত্নময় মকৰ কুণ্ডল আছা ধৰি॥

ধৰিছা কণ্ঠত মনোহৰ বনমালা।
জয় জয় দেৱ হৰি জগততে ভালা॥
আদিত্যৰ মণ্ডলক কৰিছা ভূষণ।
ভৱতাপ নিবাৰণ প্ৰভু নাৰায়ণ॥

মুনি সকলৰ মন সৰোবৰ মাঝে।
হংসময় হুয়া যিতো সদায় বিৰাজে॥
লীলা কৰি কালিয়ৰ দৰ্প চূৰ কৰি।
জগত ৰঞ্জিলা মনোহৰ ৰূপ ধৰি॥

সবে যদুকুল ভৈল কমলৰ প্ৰায়।
সূৰ্য্যসম প্ৰকাশিলা তাহাত সদায়॥
মধুসুৰ নৰকক লীলায়ে মাৰিলা।
পক্ষীৰাজ গৰুড়ক বাহন কৰিলা॥

দেৱতা সবৰ ভৈলা ক্ৰীড়াৰ কাৰণ।
নিৰ্ম্মল কমল পত্ৰ সদৃশ লোচন॥
ভৱ বিমোচন কৃষ্ণ দিয়া সৰ্ব্ব সিদ্ধি।
ত্ৰিভুবন গৃহৰ মাঝত নৱনিধি॥

জনকৰ নন্দিনীক কৰিলা ভূষণ।
দূষণ জিনিয়া যুদ্ধে মাৰিলা ৰাৱণ॥
নৱমেঘ সম শোভে শৰীৰ সুন্দৰ।
দেৱতাৰ অৰ্থে যিতো ধৰিলা মন্দৰ॥

লক্ষ্মী মুখ চন্দ্ৰৰ ৰশ্মিক তুমি লক্ষি।
পান কৰি থাকাহা চকোৰ যেন পক্ষী ॥
ব্ৰজৰ যুৱতী জন মোহন সুন্দৰ।
কৰিলা দোহন ৰঙ্গে মন্দিৰে নন্দৰ ॥

তোমাৰ চৰণে ভক্ত আমাক জানিয়ো।
ভকত জনৰ প্ৰভু কুশল কৰিয়ো ॥
সুন্দৰ মঙ্গল ইতো জয়দেব গীত।
শুনে ভণে যিতো তাৰ সুখ বাঢ়ে নিত ॥

গীতশ্ৰিত কমলা ভৈলেক সমাপত।
কহো আত অনন্তৰে কথা যেন মত ॥
কৃষ্ণৰ বিৰহ দুঃখ সহিতে ন পাৰি।
ৰাত্ৰি দিনে ফুৰে ৰাধা তাহাঙ্ক বিচাৰি ॥

কৃষ্ণক বাৰ্ত্তাক কহিবাক মন কৰি।
হেনয় ৰাধাক সখী বুলিলা সাদৰি ॥
ললিত লৱঙ্গ ৰাগে কহো মই তাক।
সখী বোলে ৰাধা তই শুনিয়োক বাক ॥

মনোহৰ লবঙ্গ লতাৰ পৰশনে।
কোমল মলয় বায়ু বহয় সঘনে ॥
ভ্ৰমৰ সবৰ সঙ্গে কোকিলে নাদয়।
সেহি চলে কৃষ্ণ ঘৰে শবদ কৰয় ॥

হেন মনোহৰ বসন্তত দেৱ হৰি।
ক্ৰীড়ন্ত নাচন্ত যুবতীক সঙ্গে কৰি ॥
শুনিয়ো ৰাধিকা সখি ? কহো মই ভাল।
বিৰহী জনৰ যম সম সিতো কাল ॥

বাঢ়ে হৰ্ষ কাম ভাৱ যাত অনুক্ষণ।
বিলাপ কৰয় পথিকৰ নাৰীগণ ॥
ভ্ৰমৰ সকলে ব্যাপি কুসুমে থাকয়।
তাক দেখি বিয়াকুল বন্ধনে হৰয় ॥

মৃগমদ গন্ধসম গন্ধত কুশল।
তমালে মেলয় হেন বহু নৱদল॥
কাম মহাবীৰে যুবাজন হৃদয়ত।
যিতো নখে বিদাৰণ কৰয় সতত॥

হেন নখ সম পলাশৰ পুষ্পগণ।
বসন্তত কৰে সদা আমোদিত মন॥
কাম নৃপতিৰ স্বৰ্ণ দণ্ড ছত্র তুল।
ফুলিছে বহুত তাত নাগেশ্বৰ ফুল॥

পাৰলি পুষ্পত পড়ি থাকে মধুকৰ।
কন্দৰ্পৰ টোন যেন দেখি মনোহৰ॥
বসন্তত জগতৰ লজ্জা নাহিকয়।
দেখি তাক পুষ্প ছলে কৰোঁহা হাসয়॥

বিৰহী জনৰ চেদলৰ প্ৰয়োজনে।
কুণ্ড অস্ত্র মুখ সম কেতকী শোভনে॥
ব্যাপিল সকলে দিশ গন্ধে আমোদিত।
গুঞ্জৰে ভ্ৰমৰে মধুলোভে বিমোহিত॥

মাধবী মল্লিকা জাতি আদি যত ফুল।
সিসবৰ গন্ধে কৰে দিশক আকুল॥
মুনিৰো মনক যিতো মোহে গুণগণে।
তৰুবৰ স্বভাৱতে মিত্র বোলে জানে॥

মনোহৰ মাধবী লতাৰ আলিঙ্গনে।
কলিকা মেলিছে আম্র গাছে ৰঙ্গ মনে॥
স্ত্রীৰ সনে যেন ৰোমাঞ্চিতৰ শৰীৰ।
যুবতী মাধবী লতা আম্র গছনিৰ॥

স্ত্রীৰ আলিঙ্গনে যুবা পুৰুষৰ দেহ।
ৰোমাঞ্চিত হোৱে আত নাহিকে সন্দেহ॥
বৃন্দাবন নামে বন আছে বিতোপন।
ক্রীড়ন্ত তাহাত হৰি কৰি ৰঙ্গ মন॥

যমুনাৰ জলে বন পবিত্র পৰম।
সুৰতৰ যোগ্য সিতো কহিলো উত্তম ॥
জয়দেব নামে কবি পৰম পণ্ডিত।
ভণিলা কৃষ্ণৰ লীলা সাৰ ইতো গীত ॥

যাক শুনি হৰিৰ চৰণে স্মৃতি হয়।
কৰোক সবাৰে হিত গীত হেন নয় ॥
মনোহৰ বসন্ত কালত বন্ধাবন।
বর্ণাইলাহা যাত আছে কাম চিহ্নগণ ॥

ললিত লবঙ্গ গীত ভৈল সমাপতি।
চন্দন চর্চ্চিত গীত শুনিয়ো সম্প্রতি ॥
পুনৰপি ৰাধাক বুলিলা সখী বাণী।
দেখ গোপী সব সমে ক্রীড়ে চক্রপাণি ॥

চন্দন চর্চ্চিত নীল শৰীৰে শোভয়।
পীত বস্ত্র কণ্ঠে বনমালা অতিশয় ॥
ক্রীড়া ক্রমে লৰে কর্ণে মকৰ কুণ্ডল।
তাৰ শোভা লাগি সুমণ্ডিত গণ্ডস্থল ॥

ক্রীড়াত মগন গোপী সবৰ মাঝত।
প্রকাশয় মন্দ হাস শোভয় মুখত ॥
কতো জনী পুষ্ট স্তন দিয়া কৃষ্ণ গাৰে।
অনুৰাগ মনে আলিঙ্গয় কামভাৰে ॥

কৃষ্ণৰ গলত কতো গোপৰ সুন্দৰী।
উচ্চৰি পঞ্চম ৰাগ গাৰে ৰঙ্গ কৰি ॥
কাম ভাৰে কৃষ্ণে চলাৱন্ত চক্ষু দুই।
হেনয় মুখক দেখি কতো ভোল হুই ॥

দূৰে থাকি কৃষ্ণ মুখ পদ্মক আকলি।
চিন্তিয়া থাকয় যেন চিত্রৰ পুতলি ॥
কৃষ্ণৰ কর্ণত মই কহিবো বিশ্বাস।
এহি চলে কতো জনী চাপে আসি পাশ ॥

ক্রীড়াক্রমে পুলকিত কৃষ্ণৰ কপোল।
তাহাতে চুম্বন কৰে কামে হুয়া ভোল ॥
যমুনাৰ তীৰে বকুলৰ কুঞ্জঘৰ।
তাহাত থাকন্ত হৰি নন্দৰ কুমৰ ॥

কতোহো গোপৰ বালা ৰতিৰঙ্গ মনে।
আঝোড়ে কৃষ্ণক তৈত ধৰিয়া বসনে ॥
চাপৰি বজাৱে সবে গোপৰ ৰমণী।
তাহাৰ বেগত হোৱে কঙ্কণৰ ধ্বনি ॥

কৃষ্ণে সুমধুৰ কৰি বেনুক বজায়া।
ৰাসক্রীড়া সময়ত নাচে গীত গায়া ॥
তাহান লগত কতো গোপৰ সুন্দৰী।
নাচন্ত পৰম ৰঙ্গে অঙ্গিভঙ্গি কৰি ॥

দেখি কৃষ্ণে গোপীক প্রশংসা বোলে বাণী।
তোমাৰ সমান নাচ আমিয়ো নাজানি ॥
কাকো মুখে মুখে চুমা দিয়ে নন্দসুত।
কাহাকো আলিঙ্গি ধৰে সাদৰি বহুত ॥

কতো তৰুণীক ৰমাৱন্ত দেৱ হৰি।
কাকো নিৰেশন্ত ভালে অল্প হাস্য কৰি ॥
ৰূপে বিতোপন কতো গোপ ৰমণীৰ।
পাছে পাছে কৃষ্ণ চলি যান্ত ধীৰে ধীৰ ॥

কেশৱৰ ৰহস্য শৃঙ্গাৰ বৃন্দাবনে।
বুধিত চতুৰ জয়দেব কবি ভণে ॥
পৰম আশ্চৰ্য্য ইতো কৃষ্ণৰ বিহাৰ।
শুনে ভণে আক যিতো সুখ হৌক তাৰ ॥

চন্দন চৰ্চ্চিত গীত ভৈলা সমাপতি।
পদ বন্ধে নিবন্ধিলোঁ যেন ধৰে মতি ॥
এহি মতে নাৰায়ণে ক্রীড়া কৰি আছে।
শুনিয়োক ৰাধিকাৰ যেন ভৈল পাছে ॥

আন গোপী সম কৰি দেখে কৃষ্ণে মোক ।
হেন দেখি ৰাধিকাৰ ভৈল বড় শোক ॥
ক্ৰোধৰ নিমিত্তে গুচিলেক বহুমান ।
অসন্তোষে ৰাধিকাৰ নসহে পৰাণ ॥

মহা অপমানে গৈলা কুঞ্জৰ ভিতৰে ।
চতুৰ্ভিতি মধুকৰে বেঢ়িয়া গুঞ্জৰে ॥
সি কাৰণে কৃষ্ণ আসিলো আমি এড়ি ।
কৰিবে লাগিছে কৃষ্ণ গোপী সমে খেড়ি ॥

হেন মানি সখীক বুলিলা ৰাধা বাণী ।
স্বকণ্ঠৰ মধুৰ গীতে তাক কহো জানি ॥
শুনিয়োক সখী মোৰ কিবা ভৈলা মন ।
সিতো নন্দ কুমাৰক চিন্তে অনুক্ষণ ॥

লাগিছে অধৰ মধু মোহন বংশীত ।
উচ্চ কৰি তাহাক বজায় হৰে চিত্ত ॥
মাথাৰ কিৰীটি লৰে সেহি সময়ত ।
চঞ্চল কুণ্ডল লৰে শোভে কপোলত ॥

কটাক্ষ দৃষ্টিত শোভে নয়ন দুতয় ।
ৰাস সময়ত কৰে পৰিহাস চয় ॥
তৰুণী সবৰ মাঝে লয় লাস কৰে ।
হেন নন্দ কুমাৰক মনে মোৰ স্মৰে ॥

চকাগণ শোভৈ ময়ুৰৰ পুচ্ছগণ ।
কেশক বেঢ়িয়া তাক বান্ধিছে শোভন ॥
যেন পুৰন্দৰ ধনু নিবিড় মেঘত ।
সেহি মতে শোভে কেশ কৃষ্ণৰ শিৰত ॥

গোপী তৰুণাৰ মুখ চুম্বনৰ আশে ।
সততে থাকন্ত কৃষ্ণ তাসম্বাৰ পাশে ॥
সেহি মতে শোভে কৃষ্ণ তাহাৰ মাজত ।
যেন পুৰন্দৰ ধনু নিবিড় মেঘত ॥

গোপ তৰুণীৰ মুখ চুম্বনৰ আশে।
সততে থাকন্ত কৃষ্ণ তাসম্বাৰ পাশে॥
বন্ধ্র লিন্ধ স্নুখ সম মধুৰ অধৰ।
নৱপত্র যেন জ্বলে আতি ৰুচিৰক॥

মন্দ মন্দ হাস মুখে দেখিতে শোভন।
বহুত ৰোমাঞ্চ ভুজ শোভে বিতোপন॥
হেন ভুজ মেলি গোপী সমস্তক হৰি।
আলিঙ্গি ধৰিয়া থাকে বৰ ৰঙ্গ কৰি॥

হাতে পাৱে বক্ষস্থলে মণি অলঙ্কাৰ।
তাহাৰ জ্যোতিয়ে বিনাশয় অন্ধকাৰ॥
চন্দনৰ বৰ্ত্তুল তিলক ললাটত।
যেন পূৰ্ণিমাৰ চন্দ্ৰ সজল মেঘত॥

বহল হৃদয় কপাটৰ সমসৰ।
পৰম নিৰ্দ্দয় সিতো আতি দৃঢ়তৰ॥
হেনয় হৃদয় দিয়া তৰুণীৰ গাৱে।
পুষ্টতন কাখৰকো মৰ্দ্দে কামভাৱে॥

ৰতনে খচিত চাৰু মকৰ কুণ্ডল।
তাহাৰ কান্তিয়ে সুমণ্ডিত গণ্ডস্থল॥
গাৱে পীত বস্ত্র কৃষ্ণ পৰম উদাৰ।
শুনি নৰ নাৰী সুৰ যাৰ পৰিচাৰ॥

নিৰ্ম্মল কদম্ব তলে থাকি পীতাম্বৰে।
কলি মল হন্তে ভয় সবে নাশ কৰে॥
তৈৰ হন্তে মোক কাম ভাৱে দৃষ্টি কৰি।
মনত ৰমন্ত কিনো কামাতুৰ হৰি॥

ভণিলেক জয়দেৱ গীত ৰুচিকৰ।
কৃষ্ণৰ মোহন ৰূপ পৰম সুন্দৰ॥

হেন ৰূপ ইতো গীত কহিলা সম্প্ৰতি।
যাক শুনি হৰিৰ চৰণে হোৱে স্মৃতি॥
সাৱধানে শুনিয়োক পুণ্যৱন্ত নৰ।
সমাপতি ভৈল গীত সঞ্চৰ দধৰ॥

---

# নন্দীশ্বৰ দ্বিজ।

ব্ৰহ্মবৈবৰ্ত্ত পুৰাণ।

( কৃষ্ণজন্ম খণ্ড )

পৰম বিচিত্ৰ সিতো গোলোক নগৰ।
পঞ্চাধিক শত কোটি যোজন অন্তৰ॥
বিমান স্বৰূপ তান নাহি আদি অন্ত।
স্বেচ্ছায়ে মাধৱে তাঙ্ক নিৰ্ম্মিয়া আছন্ত॥

হেনয় থানক সবে চলে দেবগণ।
বিৰজাৰ তীৰ পাইলা কৰি ৰঙ্গমন॥
হেনয় অপূৰ্ব্ব থান কৈতো নাহিকন্ত।
শুদ্ধ ফটিকৰ বৰ্ণ প্ৰকাশ কৰন্ত॥

কতো থান কৃষ্ণ কতো থান শুক্লবৰ্ণ।
কতো থান হৰিত যে পৰম শোভন॥
কতো থানে প্ৰবাল অঙ্কুৰ বিৰাজয়।
হেন বিৰজাৰ তীৰে চলে দেৱগণ॥

মুকুতা মাণিক্য ৰত্ন মণি যত যত।
বিৰজাৰ দুয়ো তীৰে প্ৰকাশ কৰন্ত॥
পদ্মৰাগ ইন্দ্ৰনীল মণি অসংখ্যাত।
থানে থানে মৰকত প্ৰকাশন্ত তাত॥

শ্ৰীমন্তক কৌস্তুভ আছয় থানে থানে।
সৰোবৰ তীৰে প্ৰকাশয় বিদ্যমানে॥
থানে থানে প্ৰকাশে ক্ৰীড়া সুখ পবন।
সেই পন্থে ব্ৰহ্মা আদি দেৱ চলি যায়॥

শত শৃঙ্গ সমন্বিতে জ্বলে গিৰি খান।
কোটি যোজনৰ পন্থ উৰ্দ্ধে পৰিমাণ ॥
দীৰ্ঘে পৰিমিত দশ কোটি যোজনৰ।
তাহাৰ উপৰে থান ৰহে মণ্ডলৰ ॥

দশ যোজনৰ সিতো বহুলে ডাঙ্গৰ।
ঘুৰণি আকাৰ থান দেখি মনোহৰ ॥
গোবিন্দৰ সিতো ৰাস মণ্ডল প্ৰধান।
পুষ্পৰ উদ্যান সব আছে থানে থান ॥

সুগন্ধিত পুষ্প সব ফুলিয়া আছয়।
মধুগন্ধে তাহাত ভ্ৰমৰা সঞ্চৰয় ॥
শৃঙ্গাৰৰ লাস বেশ বস্তু যত যত।
ভৰি পৰি থৈয়া আছে ৰতি মন্দিৰত ॥

ৰত্নময় অসংখ্য মন্দিৰ শাৰী শাৰী।
তাহাৰ উপমা যত কহিতে নাপাৰি ॥
ৰত্ন কলসৰ শাৰী আছে উপৰত।
হৰিতৰ বৰ্ণ স্তম্ভ দিয়াছে অধত ॥

সিন্দুৰৰ বৰ্ণ মণি শোভে ঠাই ঠাই।
তাহাৰ মধ্যে ইন্দ্ৰনীল দিয়াছে সুমাই ॥
ৰত্নময় গড় গোট দেখিতে শোভন।
মধ্যে মধ্যে দিয়া আছে মাণিক ৰতন ॥

ৰত্নময় অনেক কপাট দ্বাৰ চয়।
প্ৰত্যেক মন্দিৰে তাত প্ৰকাশ কৰয় ॥
অগৰু কুঙ্কুম জাতি চন্দন কস্তুৰী।
গন্ধে আমোদিত আতি গোলোক নগৰী ॥

কৌটী সংখ্যা গোপ নাৰী ফুৰে শাৰী শাৰী।
শৰীৰৰ কান্তি তাৰা যেন ঝিকি পাৰি ॥
ৰত্ন অলঙ্কাৰ পিন্ধি নগৰ চৌহাটী।
গলাগলি কৰিয়া ফুৰন্ত ধাৰিবাটি ॥

সবাৰে শিৰত ৰত্নমালা প্ৰকাশয়।
ৰত্ন ময় কেয়ুৰ কঙ্কণে বিৰাজয়॥
দুই কৰ্ণে ৰত্নৰ কুণ্ডলে কৰে শোভা।
গণ্ডস্থল প্ৰকাশয় লাগি তাৰ প্ৰভা॥

প্ৰতি জনে জনে দশো অঙ্গুলিৰ মাঝে।
ৰত্ন ময় দশ দশ অঙ্গুৰি বিৰাজে॥
কপালত দিব্য সিন্দুৰৰ জলে বিন্দু।
তাৰ উৰ্দ্ধে জ্বলে যেন দ্বিতীয়াৰ ইন্দু॥

শৰতৰ চন্দ্ৰ সম প্ৰকাশে বদন।
তাতে দুই ওষ্ঠ শোভে অতি ৰক্তবৰ্ণ॥
ইন্দিবৰ পাখি যেন নয়নৰ কান্তি।
পকা দাড়িম্বৰ বীজ জ্বলে দন্ত পান্তি॥

গৰুড়ৰ ঠোঁঠ যেন নাসিকা সুন্দৰ।
গজেনৰ দন্ত যেন স্তন থুলন্তৰ॥
কঠিন নিতম্ব পৃষ্ঠ দেখিতে বহল।
তাৰ ভৰে মন্দ মন্দ গমন চঞ্চল॥

কাম বাণে সবাহাৰে জৰ্জ্জৰিত মন।
ঘনে ঘনে দৰ্পনত নিৰিখে বদন॥
ৰাধাৰ চৰণে সদা ভক্তি আচৰয়।
হেন গোপ কন্যা সব পন্থত চলয়॥

সিতো গোপী সবে ৰাধিকাৰ আজ্ঞা ধৰি।
সিতো ৰাস মণ্ডলক থাকে ৰক্ষা কৰি॥
ক্ৰীড়া সৰোবৰ গণ দেখি চমৎকাৰ।
শ্বেত ৰক্ত হৰিত পঙ্কজে জ্যোতিস্কাৰ॥

তাৰ মধু লোভে চঞ্চু চুম্বে ভৃঙ্গগণ।
গুঞ্জ গুঞ্জ শবদ কৰয় ঘনে ঘন॥
পুষ্পৰ উদ্যান থানে থানে প্ৰকাশয়।
নানাবিধ পুষ্পচয় ফুলিয়া আছয়॥

তাতে পুষ্প শয্যা ৰঞ্জি আছে ঠাই ঠাই।
কর্পূৰ তাম্বুল আছে চৌপাশে সজাই ॥
বিচিত্র পুষ্পৰ মালা থৈয়া আছে বান্ধি।
সুগন্ধ প্রদীপ ধুপ আছে পান্তি পান্তি ॥

হেন ৰাস মণ্ডল দেখিয়া দেৱগণ।
পর্ব্বতৰ বাহিৰে চলয় ৰঙ্গ মন ॥
নাৰায়ণ বদতি শুনিয়ো মুনিবৰ।
এহি মতে চলে ৰঙ্গে দেৱ নিৰন্তৰ ॥

অনন্তৰে দেখিলা সুন্দৰ এক বন।
বৃন্দাবন নাম তান আতি বিতোপন ॥
ৰাধা মাধৱৰ সিতো ক্রীড়াৰ ভুবন।
শাৰী শাৰী আছে কল্পতৰু বৃক্ষগণ ॥

বিৰজাৰ জলে মিশ্র হুয়া বায়ু যাই।
অল্প অল্প কৰি বহে বনক কম্পাই ॥
সুৰভি পুষ্পৰ গন্ধে আমোদিত আতি।
নবীন পল্লব সবে তাতে কৰে কান্তি ॥

কতো থানে আছে কেলি কদম্বৰ শাৰী।
আনো নানা ফল ফুল আছে ধৰি ধৰি ॥
মন্দাৰ চন্দন চম্পা আদি পুষ্প চয়।
সুগন্ধি সুৰভি বৃন্দাবন বিৰাজয় ॥

আম জাম পনিয়াল বদৰী শ্রীফল।
কঠাল লেটেকু নিম্ব তাল নাৰীকেল ॥
কদলী মধুৰী ৰহা আনো বৃক্ষগণ।
পকি পকি আছে ফল আতি বিতোপন ॥

পিয়াল অশ্বস্থ শাল শাল্মলী তিত্তিৰী।
অসংখ্যাত বৃক্ষগণ আছে শাৰী শাৰী ॥
আৰো বন পুষ্প লতা আছে যত যত।
ঠাই ঠাই প্রকাশয় তাৰ ভিতৰত ॥

মধু লোভে তাহাত ভ্ৰমৰ নিৰন্তৰ।
গুঞ্জ গুঞ্জ শব্দ উঠি থাকে মনোহৰ॥
হেন বৃন্দাবনক দেখিয়া দেৱগণ।
আনন্দে নধৰে হিয়া উত্ৰাৱল মন॥

পঞ্চাশত কোটি গোপী সালংকৃতা হুয়া।
সিতো বন ৰাখয় ৰাধাৰ আজ্ঞা লৈয়া॥
দ্বাদশ অধিক এক বিংশতি প্ৰমাণ।
সিতো বৃন্দাবনৰ মধ্যত আছে থান॥

তাতে পঞ্চাশত কোটি গোপৰ নিবাস।
শ্ৰীকৃষ্ণৰ ৰূপে গুণে কৰয় প্ৰকাশ॥
গোবৰ্দ্ধন গোষ্ঠ সব আছে শাৰী শাৰী।
নৱ তৃণ ভুঞ্জি ৰঙ্গে থাকন্ত উগাৰি॥

হেন বৃন্দাবনক এৰাইয়া দেৱগণে।
গোলোক থানক দেখিলন্ত ৰঙ্গমনে॥
বৰ্ত্তুল আকাৰ কোটি যোজন বিস্তাৰ।
চৌদিশে বেঢ়িয়া আছে ৰত্নৰ প্ৰাকাৰ॥

চাৰি খান দ্বাৰ আছে দেখিতে বিৰিঙ্গ।
ৰত্নৰ কপাট যেন পৰ্ব্বতৰ শৃঙ্গ॥
হেনয় দ্বাৰত অসংখ্যাত গোপগণে।
হাতে বেত্ৰ ধৰি আছে সাবহিত মনে॥

পঞ্চাশত কোটি ভক্ত গোপ সমস্তৰ।
থানে থানে নিৰ্ম্মি আছে গৃহ মনোহৰ॥
ততোধিক ৰত্নময় গৃহ অসংখ্যাত।
কৃষ্ণ ভক্ত পাৰিষদগণ থাকে তাত॥

আৰো ৰাধিকাৰ ভক্ত গোপী সমস্তৰ।
শাৰী শাৰী আছে ৰত্ন গৃহ মনোহৰ॥
তাৰা সমস্তৰ আছে কিঙ্কৰী যতেক।
সি সবৰো গৃহ সাজি আছয় প্ৰত্যেক॥

সিতো গোলোকৰ যত লোক নিৰন্ত।
ৰাধা কৃষ্ণ নাম সদা নেৰন্ত মুখৰ ॥
হেনয় অদ্ভুত ৰূপ দেখি মনোহৰ।
ৰঙ্গে চলে ব্ৰহ্মা আদি দেৱ নিৰন্তৰ ॥

অনন্তৰে দেখিলা অক্ষয় বট মূল।
বহলে হোৱয় পঞ্চ যোজনৰ থুল ॥
ঊৰ্দ্ধে হোবে সিতো দশ যোজন উচ্চৃত।
অসংখ্য অপৰিমিত শাখা সমন্বিত ॥

ৰক্তবৰ্ণ পকা ফলে ব্যাপিয়া আছয়।
আধোভাগে বেদি গোট দেখি ৰত্নময় ॥
তাৰো মূলে কৃষ্ণৰ স্বৰূপ শিশুগণ।
ক্ৰীড়া কৌতুহলে আছে আনন্দিত মন ॥

সবাৰো শৰীৰে পীত বস্ত্ৰ পৰিধান।
চন্দনে লিপিত অঙ্গ দেখিতে সুঠান ॥
বটৰ মূলত সবে গোপ শিশুগণ।
ক্ৰীড়া কৌতুহল কৰে দেখিতে শোভন ॥

অনন্তৰে ব্ৰহ্মা আদি দেৱতাৰ বৰ্গ।
তাক ছাৰি দেখিলন্ত এক ৰাজ মাৰ্গ ॥
সিন্দুৰ আকাৰে মণি দুই পাৰে ৰজিতে।
চক্ষু তিৰিমিৰি কৰে নাপাৰি চাহিতে ॥

ইন্দ্ৰ নীল পদ্ম ৰাগ মণি যত যত।
ভিত্তি সব বান্ধি আছে দুই পাশে পন্থত ॥
দধিপূৰ্ণ ঘট সব ৰত্নে বিৰচিত।
ৰত্নময় ৰম্ভাতৰু কৰিছে ৰোপিত ॥

অগৰু কুঙ্কুম আৰু কস্তুৰী চন্দনে।
পন্থত চিতাইয়া আছে গন্ধৰ কাৰণে ॥
মঙ্গলৰ অৰ্থে ৰত্ন ঘট অসংখ্যাত।
সিন্দুৰে মণ্ডিয়া আছে শাৰী শাৰী তাত ॥

তাৰ মুখে মুখে ৰত্নময় ফল যত।
পুষ্প দুৰ্ব্বাক্ষত সিঞ্চি আছয় পন্থত॥
তোৰণ পতাকা ধ্বজ আছে অসংখ্যাত।
সেন্দুৰ কুঙ্কুম গন্ধে লিপি আছে তাত॥

বিচিত্ৰ সুগন্ধ মালা সব আছে আৰি।
ৰঙ্গ চাহি যাৱে সবে নিমিষ নমাৰি॥
অনন্তৰে পাইলা যাই দুই পাশে পন্থত।
গোপী সমস্তৰ গৃহ আতি মনোহৰ॥

সেহি পন্থে নিৰ্ম্মি আছে ষোল্ল খান দ্বাৰ।
অসংখ্যাত দ্বাৰী ৰাখি থাকে বাৰম্বাৰ॥
প্ৰতি দ্বাৰে ৰত্নময় গড় বিতোপন।
তাৰ কাষে গৰখাই বহল শোভন॥

হীৰা মৰকত ৰত্ন স্থান মনোহৰ।
কস্তুৰী কুঙ্কুমে তাত সুগন্ধ বিস্তৰ॥
হেনয় অদ্ভুত যত দেখি দেৱগণ।
কতোদূৰে দেখিয়া আশ্ৰম বিতোপন॥

কৃষ্ণৰ প্ৰাণৰ সম ৰাধিকা সুন্দৰী।
তানে প্ৰিয় স্থান সিতো গোলোক নগৰী॥
বৰ্ত্তুল আকাৰ স্থান দেখিতে ৰুচিৰ।
তাহাৰ মধ্যত আছে শতেক মন্দিৰ॥

ৰত্নে বিৰচিত গড় চৌপাশে প্ৰকাশে।
গৰখাই সব তাত আছয় চৌপাশে॥
সাত খান দ্বাৰ তাত আছে ৰত্নময়।
অনুক্ৰমে নিৰ্ম্মি আছে শিল্পকাৰ চয়॥

তাত অনন্তৰে যাই পাইলা ষোল্ল দ্বাৰ।
দেখি দেৱতাৰ বাঢ়ে আনন্দ অপাৰ॥
প্ৰতি দ্বাৰে বেঢ়ি আছে ৰত্নময় গড়।
উৰ্দ্ধে সহস্ৰেক ধেনু পৰম সুদৃঢ়॥

প্ৰতিদ্বাৰে ৰত্নময় কুম্ভ অসংখ্যাত।
মধ্যে মধ্যে ইন্দ্ৰনীল খচি আছে তাত॥
এহি মতে প্ৰদক্ষিণ কৰি দেবগণ।
পৰম আনন্দ কৰি চলে ৰঙ্গমন॥

দেখিলন্ত গৈয়া গোপ গোপীৰ আশ্ৰম।
অমূল্য ৰতনে বিৰচিত মনোৰম॥
হেন গোলোকৰ মহিমাক চাই চাই।
দেৱ সমে প্ৰজাপতি ৰঙ্গে চলি যাই॥

শুনা সভাসদ ইতো পুৰাণৰ পদ।
অহিতো নাহিকে স্বস্থ ক্ষণেকো আপদ॥
পৰলোক পাইলা যেবে আপদৰ পাৰ।
কৃষ্ণৰ নামক মাত্ৰ কৰিয়োক সাৰ॥

ইতো পুৰাণৰ শ্লোক লোকে নুবুজয়।
আজ্ঞাকৰি পদ কৰাইলন্ত মহাশয়॥
বোলে তত্ত্ব পাইবে সবে নৰ নাৰীগণ।
তেবে ভক্তি কৰিবে লোকৰো হৈবে মন॥

এহি বুলি মহাৰাজা কৰাইলা পয়াৰ।
ঈশ্বৰ কৃপাতে হৌক লোকত প্ৰচাৰ॥
জানি সভাসদ সব ভকতি কৰিয়ো।
বৈষ্ণৱৰ সঙ্গ লৈয়া সংসাৰ তৰিয়ো॥

তেবেসে তৰিবা ইতো সংসাৰ সাগৰ।
ৰাধা কৃষ্ণ বুলি সবে ভব নদী তৰ॥

---

# খর্গেশ্বৰ দ্বিজ।

## ব্রহ্মবৈবৰ্ত্ত পুৰাণ।

### দোলড়ী।

কৃষ্ণ নিগদতি শুনা ৰাধা সতী,
পাছে যেন কথা ভৈলা।
বশিষ্ঠৰ বাণী শুনি মহামানী,
পৰম বিস্ময় ভৈলা॥
হিমালয় ভাৰ্য্যা মেনকা সুন্দৰী,
ভৈলন্ত তেহো বিস্ময়।
পাৰ্ব্বতীও হাসি— লন্ত মুচুকাই,
আনন্দ দেখি মিলয়॥
পাছে অৰুন্ধতী মেনকাক মাতি,
বুঝাইলা বচনামৃতে।
শান্তিৰ বচন ভৈলা ৰঙ্গ মন,
গুচিলা শোক ত্বৰিতে॥
মেনকা সুন্দৰী বশিষ্ঠ ভাৰ্য্যাক,
অনেক মিষ্ট দ্রব্যক।
ভোজন কৰাইলা আপুনিয়ো পাছে,
ভুঞ্জিলা সেহি অন্নক॥
সৰ্ব্ব লোকজন ভৈলা ৰঙ্গ মন,
কৰিলন্ত সুমঙ্গল।
বশিষ্ঠৰ আজ্ঞা হিমালয়ে পাই,
সম্ভাৰ কৰি সকল॥

শৈলে শীঘ্রে আতি লিখি সমাপাত্র,
দূতগণ পাচিলন্ত।
যত দেৱগণ কিন্নৰ চাৰণ,
বিবাহক আসিবন্ত॥
তাত পাছে সুশি— ক্ষিত দূত আনি,
গিৰি ৰাজ হিমালয়।
শিৱক লাগিয়া লিখিয়া পত্রক,
পাঞ্চি দিলা দূতচয়॥
অনেক প্রকাৰ কৰিলা সম্ভাৰ,
অনাইলা বাদ্য বিস্তৰ।
তণ্ডুল দমাইলা পর্ব্বত সমানে,
ঘৃত পাক পিস্টকৰ॥
তৈলৰ ঘৃতৰ দধিৰ বিস্তৰ,
সৰোবৰ কৰিলন্ত।
গুড়ৰ ক্ষীৰৰ জানিবা ৰাধিকা,
সৰোবৰ নির্ম্মিলন্ত॥
মাস আখৈ লাড়ু চিৰা ষৱ গুঞ্জি,
শর্কৰা ফেনি বিস্তৰ।
কদলি লৱণ মন্দা মনোহৰ,
কৰাইলন্ত বহুতৰ॥
বিচিত্র বচন অগ্নিত শোধন,
অধিক নির্ম্মল হয়।
সুবর্ণ ৰজত প্রবাল বাখৰ,
আৰু মণিৰল চয়॥
বিবাহৰ কাজে পর্ব্বতৰ ৰাজে,
ইসব দ্রব্য কৰিলা।
বিধিৰ নিয়মে মাঙ্গল্য আচাৰে,
কৰিবাক আৰম্ভিলা॥

শোভন দিবসে কৰিয়া সুবেশ,
শৈলৰ কামিনী গণে।
পাৰ্ব্বতীৰ যত বিবাহৰ কৰ্ম্ম,
কৰাইলা আনন্দ মনে॥
তৈল কুৰ ঘসি স্নান কৰাইলেক,
পিন্ধাইলা বস্ত্র সুন্দৰ।
ৰত্ন অলঙ্কাৰে ভূষিয়া দেবীক,
নআইলা কৌতুকে বৰ॥
মালতীৰ মালা মাথাত দিলন্ত,
হস্তত দিলা দৰ্পন।
পদ আঙ্গুলিত আল্‌তা দিলন্ত,
কজ্জলে নেত্র শোভন॥
গণ্ডত পতাকা দিলন্ত সুন্দৰ,
খোপাক ভালে ৰঞ্জিলা।
মালতী মালায়ে বিশিষ্ট কৰিয়া,
পাট সূত্রে নিবন্ধিলা॥
আত অনন্তৰে ব্ৰহ্মা আদি কৰি,
সমস্তে দেৱতা গণ।
ৰত্ন যানে তুলি শৈৱক লৈলন্ত,
হুয়া আনন্দিত মন॥
শিৱ ঈশ্বৰক বেঢ়ি সবে দেৱে,
গৈলন্ত অদ্ৰীৰ থানে।
পাৰিষদ সমে কৃষ্ণ চলিলন্ত,
আৰোহি ৰত্নৰ যানে॥
পাচে হিমালয়ে চৰে সবে আনি,
কদলীগণ বিস্তৰ।
চোতালে পদুলি ৰুইলা শাৰী শাৰী,
হিমালয় গিৰিবৰ॥

তাতে জল ভৰি কলস থাপিল,
মুখত আমাৰ ডালি ।
কলস সমীপে থৈলন্ত সুন্দৰ,
ঘৃতৰ প্ৰদীপ জ্বালি ॥

সুগন্ধিত জলে লেপন কৰিলে,
বিবাহৰ থলি খান ।
তাহাৰ মধ্যত ভিত্তি বান্ধিলন্ত,
দেখিতে আতি শুৱান ॥

তাহাৰ কোণাত কদলী পুতিয়া,
পাট সূত্ৰে নিবন্ধিলা ।
আম্ৰৰ পল্লৱ তাহাতে থাপিয়া,
শোভন আতি কৰিলা ॥

অগৰু চন্দনে কুস্তুৰী কুঙ্কুমে,
ৰঞ্জিয়া কলস গণ ।
জলে ভৰি পূৰি ভিত্তিৰ কোলাত,
কৰিলা ৰঙ্গে থাপন ॥

মালতীৰ মালা আৰো আমডালি,
দিলে কলসৰ মুখে ।
আনো দ্ৰব্য যত লাগে বিবাহত,
কৰিলা মনৰ সুখে ॥

পাছে দেবগণ সমন্বিতে বিধি,
শিৱক বাহিৰে এৰি ।
অভ্যন্তৰে গৈয়া পৰম আনন্দে,
পশিলন্ত দৰাদৰি ॥

দেখি হিমালয় সত্বৰে উঠিয়া,
সবাকো নমিলা পৰি ।
ৰত্ন সিংহাসন মাথাত কৰিয়া,
আনি দিলা শীঘ্ৰ কৰি ॥

তাতে বসিলন্ত কৃষ্ণ ভগৱন্ত,
সঙ্গে পাৰিষদ গণ।
বসিলা আবৰি চতুষ্পাশে বেঢ়ি,
আনন্দিত হুয়া মন॥
সবে চতুর্ভুজ বিপৰীত ৰূপ,
শ্যাম তনু সবাহাৰে।
ৰত্ন স্বষ্টি শঙ্খ চামৰ ধৰিয়া,
সেৱয় চাৰি কাখৰে॥
বিনতা নন্দন হুয়া ৰঙ্গ মন,
কৃষ্ণ পাশে বসিছন্ত।
সুৰমনী গণে সেহি সভা মাঝে,
আনন্দে স্তুতি কৰন্ত॥
সভাৰ ভিতৰে বিৰাজে কৃষ্ণৰে,
প্ৰসন্ন চাৰু বদন।
হেন মুখ দেখি সবাৰে আনন্দ,
হৰে তাপ বিমোচন॥
কৃষ্ণৰ সমীপে দেৱগণ সমে,
ব্ৰহ্মা দেৱ বসিলন্ত।
ঋষি মুনি গণ আৰো যত জন,
যোগাসনে বসিলন্ত।
আত অনন্তৰে দেৱ পশুপতি,
উঠিয়া ৰত্ন ৰথত॥
বিবাহৰ থানে কৰিলা গমনে,
কিঙ্কৰ গণ সঙ্গত॥
শিৱক চাহিবে চলিলা তেখনে,
নাগৰী সুন্দৰী গণ।
জৰা যুবা বাল বস্ত্ৰ পিন্ধি ভাল,
কৰিয়া অঙ্গ মাৰ্জ্জন॥

কেহো নাৰী গণ নবীন যৌবন,
আনন্দতে চলিলন্ত।
কতো সবে বস্ত্র হস্তত কৰিয়া,
তথাক লাগি গৈলন্ত॥

কতোহো সিন্দুৰ লৈলন্ত কাকৈই,
তৈলক কেহো লৈলন্ত।
ল্যাস যোগ্য বস্তু কেহো জনী লৈয়া,
ৰঙ্গে গতি কৰিলন্ত॥

ৰত্ন আভৰণে অঙ্গ বিভূষিত,
কৰিয়া কেহো গৈলেক।
এহি মতে নাৰী গণ সমস্তয়,
শৈল গৃহে আসিলেক॥

আৰু ঋষি কন্যা ৰূপে গুণে ধন্যা,
দেৱ কন্যা যত যত।
নাগ কন্যাগণ সুন্দৰ বদন,
কৰিয়া সখী সঙ্গত॥

ৰম্ভা আদি কৰি আসিলেক লৰি,
যত অপেস্বৰা গণ।
সবাৰো সুন্দৰ মুখ মনোহৰ,
মোহয় মুনিৰ মন॥

গন্ধৰ্ব্বৰ কন্যা আতি মনোৰমা,
কন্যা শৈলা সকলৰ।
ৰাজ কন্যা গণ আতি সুলক্ষণ,
উপমা নাহি ৰূপৰ॥

ইসকল নাৰী ভৈলা এক ঠাই,
আনন্দে আতি মনত।
হাস্যযুক্ত মুখ দেখি লাগে সুখ,
কামীৰ মনে সতত॥

পাছে ভ্ৰূসবক সঙ্গত কৰিঁয়া,
মেনা দেৱী চলি গৈলা।
আনন্দিত কায় নাৰি গণ যায়,
শিৱক সবে দেখিলা॥
চম্পক পুষ্পাৰ সদৃশ সুন্দৰ,
শৰীৰ আতি উজ্জ্বল।
এক যে বদন দ্বিতীয় নয়ন,
প্ৰসন্ন জ্বলে নিৰ্ম্মল॥
ৰত্ন আভৰণ কৰিছে ভূষণ,
বিৰাজিত আতিশয়।
কস্তুৰী কঙ্কুমে অগৰু চন্দনে,
বিভূষিত অঙ্গচয়॥
মালতীৰ মালা মাথাত শোভয়,
মুকুট অৰু ৰত্নৰ।
অগ্নি শৌচ বস্ত্ৰ শৰীৰে শোভয়,
বিচিত্ৰ আতি সুন্দৰ॥
ৰত্নৰ দৰ্পন হস্তত শোভয়,
মণ্ডল যেন চন্দ্ৰৰ।
যোগীন্দ্ৰৰো গুৰু স্বেচ্ছাময় চাৰু,
বাহিৰ তিনি গুণৰ॥
শুনা সৰ্ব্বজন তেজি আন মন,
মাধৱৰ কথাচয়।
কৰ্ণাঞ্জুলি ভৰি পিউ ৰাম নাম,
সম্যক অমৃতময়॥
আক কেনে হেলা শঙ্কটৰ বেলা,
ৰাখিবে হৰিৰ নামে।
শাস্ত্ৰ সব শুনি আছা ঠাই ঠাই,
তভো হেলা কোন কামে॥

মহন্ত সবৰ মুখত শুনিয়া,
আছা নাম মহিমাক ।
গুৰু উপদেশ শুনিয়া আছাহা,
কিয় হেলা কৰা তাক ॥
মিছা ধন আশে ধৰ্ম্ম কৰি নাশে,
কিনো ভৈলা বিপৰীত ।
হৰি নাম ধৰি যাতনা তৰয়,
তাত কেনে নেদা চিত ॥
জানিয়া হৰিৰ চৰণ যুগলে,
শৰণ লৈয়ো সত্বৰ ।
সাধু সঙ্গে বসি ৰাম নাম বোলা,
পাতেক হৌক অন্তৰ ॥

---

ছবি ।

ব্ৰহ্ম জ্যোতি সনাতন নিৰ্ব্বিকাৰ নিৰঞ্জন,
কাৰণত হৈয়াছে সাকাৰ ।
হেনয় জামাতা দেখি শোক মোহ পাসৰিলা,
মেনকাৰ আনন্দ অপাৰ ॥
সকল যুৱতী গণে ধন্য ধন্য কৰি আতি,
প্ৰশংসা কৰিলা বাৰম্বাৰ ।
দুৰ্গা সম ভাগ্যৱতী কেহো জনী নাহিকয়,
জানা সখি ই তিনি সংসাৰ ॥
হেনয় সদৃশ বৰ ৰূপৱন্ত চমৎকাৰ,
নাহি দেখোঁ জ্ঞানৰ গোচৰ ।
হেন বুলি কেহোজনী এক দৃষ্টি কৰি চাই,
থাকিলন্ত শিৰ বৰাবৰ ॥

কেহোজনী ৰূপৱতী শিৱৰ ৰূপক দেখি,
মূৰ্চ্ছা যাই থাকিলন্ত পৰি।
কেহোজনী অপুনাৰ স্বামীক কৰয় নিন্দা,
আতিশয় কুৰূপ সুমৰি॥
কেহোজনী কামানলে মনত আলিঙ্গি যেন,
ধৰি ভাৱ তম্ভিয়া থাকয়।
আৰু কেহোজনী নাৰী মনত আলিঙ্গি ধৰি,
শিৱ মুখে চুম্বন পাৰয়॥
অন্যো অন্যে নাৰীগণে হেন ভাৱ কৰি মনে,
থাকিলন্ত শিৱক চাহিয়া।
গন্ধৰ্ব্ব সকলগণে কৰয় আনন্দ আতি,
পঞ্চশৰ যন্ত্ৰত ভুলিয়া॥
সবে অপস্বৰাগণ কৰিয়া আনন্দ মন,
অঙ্গি ভঙ্গি কৰিয়া নাচন্ত।
শিৱৰ দেখিয়া ৰূপ সমস্ত দেৱৰ আতি,
চিত্তত সন্তোষ লভিলন্ত॥
অনেক প্ৰকাৰে বাদ্য সুস্বৰ মধুৰ কৰি,
বাজনীয়া গণে বজাৱয়।
সেহি সময়ত পাছে অনাইলন্ত পাৰ্ব্বতীক,
সভা মধ্যে ৰাজা হিমালয়॥
সখীগণ মধ্যে দেবী চলি যান্ত ৰঙ্গ মনে,
আতিশয় লয় লাস ভাৱে।
যেন ৰাজহংস গতি ধীৰে ধীৰে চলে সতী,
দেৱ সবে ৰঙ্গ কৰি চাৱে॥
তপ্ত সুবৰ্ণৰ বৰ্ণ দেহা জ্বলে বিতোপন,
সবে অঙ্গ ৰত্নে প্ৰকাশয়।
আতি ৰম্য খোপা মাথে মালতীৰ মালা তাতে,
আতিশয় প্ৰকাশ কৰয়॥

চন্দন তিলক জ্বলে সিন্দুৰৰ বিন্দু মাঝে,
কস্তুৰীৰ ৰেখায়ে ভূষিত ॥
ৰত্নৰ সুন্দৰ হাৰে বক্ষস্থল বিৰাজয়,
উচ্চকুচ তাতে উজ্বলিত।
ঈষৎ হসিত মুখ দৰশনে মিলে সুখ,
মনোহৰ কটাক্ষ যুগুত ॥
বদন মণ্ডল জ্বলে চন্দ্ৰকো নিন্দিয়া বলে,
প্ৰকাশ কৰয় অদভুত।
ৰত্নৰ কেয়ূৰ চাৰু বলয় কঙ্কণ চয়,
কুণ্ডলে প্ৰকাশে গণ্ডস্থল ॥
পকা বিম্বফল জিনি প্ৰকাশ কৰয় আতি,
মনোহৰ অধৰ উজ্জ্বল ॥
অমূল্য ৰতনে চিত্ৰ বিচিত্ৰ কৰিছে আতি,
বস্ত্ৰযুগে উত্তম সুসাৰ।
হেন বস্ত্ৰ পৰিধান নাহিকে উপমা তাৰ,
ৰূপ আতি দেখি চমৎকাৰ ॥
হস্তত দৰ্পন ধৰি প্ৰবেশিলা লীলা কৰি,
লাসে লাসে সভাৰ ভিতৰ।
পাৰ্ব্বতীৰ ৰূপ দেখি দেৱ আদি যত লোকে,
আনন্দ লভিলা বহুতৰ ॥
কটাক্ষ নয়নে শিবে পাৰ্ব্বতীৰ ৰূপ চাই,
হৰিষ লভিলা সদাশিৱ।
সকলহি অঙ্গ চয় সতীৰ আকৃতি নয়,
দেখন্ত সবাকে জগজ্জীৱ ॥
সতীৰ সদৃশ ৰূপ পাৰ্ব্বতীৰ দেখি হৰে,
বিৰহ জ্বৰক এৰিলন্ত।
সবাহাঙ্কে বিস্মৰণ ভৈলা দেৱ ত্ৰিলোচন,
পাৰ্ব্বতী মনক মুহিলন্ত ॥

সকল অঙ্গৰ লোম শিহৰিলা অতিশয়,
নিঝৰয় হৰিষে লোতক।
আত অনন্তৰে শৈল পুৰোহিত সমে ৰঙ্গে,
বৰিলন্ত আনন্দে শিৱক॥
সুগন্ধ চন্দন বস্ত্ৰ পাদ্য অৰ্ঘ্য আচমন,
মধুপৰ্ক বিধিৱতে।
পাচে কন্যা সম্প্ৰদান বেদ মন্ত্ৰে কৰিলন্ত,
শিৱহাতে দিলা বেদ মতে॥
অনেক যৌতুক দিলা ধনৰত্ন উৎসৰ্গিয়া,
লক্ষে লক্ষে গৰু পালে পালে।
সহস্ৰেক লক্ষ হস্তী অসংখ্য ঘোটক দিলা,
লক্ষ দাসী দিলা আতি ভালে॥
যতেক দিলন্ত দাস সালঙ্কৃত কৰি বেশ,
আৰু দিলা ৰত্ন অসংখ্যাত।
যতেক দিলন্ত ধন ততেক যে নকহিলোঁ,
কিছোমান কহিলো তোমাত॥
পাচে মহাদেৱে ৰঙ্গে হস্ত পাতি স্বস্তি বুলি,
পাৰ্ব্বতীক গ্ৰহণ কৰিলা।
যত দিলা ধনৰত্ন স্বস্তি বুলি জটাধৰে,
সবাহাঙ্কে ৰঙ্গে আগ্ৰহিলা॥
শুনা সবে সভাসদ ব্ৰহ্মবৈৱৰ্ত্তৰ পদ,
কিছু আত হেলা নকৰিবা।
যত পূৰ্ব্ব কথা চয় সম্যকে অমৃতময়,
সিতো সমস্তৰে তত্ত্ব পাইবা॥
তেবে হৰি ভকতিত বাঢ়িবেক আতি চিত,
পাইবা সুখে সংসাৰৰ পাৰ।
তেজি সবে আন কাম ডাকি বোলা ৰাম ৰাম,
নাম বিনে গতি নাহি আৰ॥

---

পদ ।

হিমালয়ে দুহিতৃক দিয়া শঙ্কৰত ।
প্ৰণাম কৰিলা পৰি শিৰ চৰণত ॥
কৃতকৃত্য ভৈলা বুলি ৰাজা হিমালয় ।
স্তুতি কৰিবাক পাছে লৈলা মহাশয় ॥

হিমালয় নিগদতি প্ৰভু শূলপানি ।
প্ৰণাম কৰোহো তুৱা চৰণ দুখানি ॥
মোৰ অজ্ঞানীৰ দোষ ক্ষমিবা সতত ।
এহি খানি বৰ মাগো তযু চৰণত ॥

হে দেৱ দেৱ দক্ষ যজ্ঞ বিনাশক ।
নৰক সাগৰ হন্তে তুমিসে তাৰক ॥
হে গুণাতীত প্ৰভু গুণৰ ঈশ্বৰ ।
গুণৰ নিধান তুমি সৰ্ব্ব শক্তিধৰ ॥

হে যোগাধাৰ প্ৰভু হুয়োক প্ৰসন্ন ।
তোমাতে সকলো প্ৰাণী হয় উতপন ॥
এহি মতে আনো নানা তুতি কৰিলন্ত ।
আনন্দিত মনে ৰাজা মৌনে ৰহিলন্ত ॥

সমস্তে দেৱতা আৰো মুনি নিৰন্তৰ ।
শৈলক প্ৰশংসা কৰিলন্ত বহুতৰ ॥
এহি মানে চাৰি ধিক চল্লিশ অধ্যায় ।
সাঙ্গ ভৈলা সাবশেষে জানা মুনিৰাই ॥

শুনিয়োক সভাসদ কেদিন জীৱন ।
মিছাত নেনিবা আত্ম যত বৃদ্ধগণ ॥
জনম সফল কৰা ভজিয়ো কৃষ্ণক ।
তেবেসে তৰিবা সুখে ইতো সংসাৰক ॥

কৃষ্ণ বিনে তাৰন্তা নাহিকে সাৰে সাৰ।
কৃষ্ণে নিবৰ্ত্তন কৰে দুৰ্ঘোৰ সংসাৰ॥
ইতো পুৰাণৰ শ্লোক আতি গুৰুতৰ।
কিমতে বুজিবে আক অল্প মতি নৰ॥

এহি শুনি শিৱবংশী নৃপ মহাশয়।
শ্লোক সব ভাঙ্গিয়া কৰাইলা পদচয়॥
ধন্য ধন্য মহাৰাজা হয় নাৰায়ণ।
যিহেতু সদায়ে ধৰ্ম্মতেসে তযু মন॥

এতেকেসে বৈষ্ণৱ নৃপতি নাম খ্যাত।
সত্য শৌচ ক্ষমা দয়া আছয় যাহাত॥
সদায়ে হৰিক চিন্তে নৃপতি মহন্ত।
লিখাইলন্ত পুৰাণ ভাৰত যত যত॥

ৰাত্রি দিনে নাম লোৱে শাস্ত্র সাৰ জানি।
নাম বিনে ক্ষণেক নথাকে মহামানী॥
কতেক কহিবো তান মহাযশ ৰাশি।
যাৱে চন্দ্ৰ সূৰ্য্য তাৱে থাকিবো প্ৰকাশি॥

ইকথা থাকোক আপুনাৰ চিন্তা হিত।
নাম লৈয়া নিস্তাৰিয়ো দুৰ্ঘোৰ কলিত॥
নাম বিনে কলিত তাৰন্তা নাহি আৰ।
বোলা ৰাম ৰাম হুয়ো সংসাৰৰ পাৰ॥

---

# বিপ্ৰ দামোদৰ।

## মহাভাৰত।

### ( আদি পৰ্ব্ব )

দ্ৰৌপদীৰ অৰ্থে ৰাজাগণ নিবৰ্ত্তিল।
ধনুগুৰ্ণ দিবাক অৰ্জ্জুনে মন দিল ॥
নিৰুৎসাহ ৰাজাগণ দেখিয়া অৰ্জ্জুনে।
ব্ৰাহ্মণৰ মাঝ হন্তে উঠিলা তেখনে ॥

মহাদৰ্প কৰি যাই অৰ্জ্জুন মহন্ত।
কান্ধে নৰগুণ শোভে আতি ৰূপৱন্ত ॥
বিপ্ৰগণে দেখিলন্ত যাহান্ত অৰ্জ্জুন।
নজানো দিবাক পাৰে নৰে ধনুগুৰ্ণ ॥

এহি বুলি বিপ্ৰ সবে মনত গুণন্ত।
কৰ্ণ শৈল্য আদি কৰি বাৰ খ্যাতিমন্ত ॥
আৰো বৰ বৰ ৰাজা যতেক আছিল।
ধনুগুৰ্ণ দিবাক কোনোৱে নোৱাৰিল ॥

দেখিতে দুৰ্ব্বল ইতো ব্ৰাহ্মণ মহন্ত।
ধনুৰ্ব্বিদ্যা অস্ত্ৰ বিদ্যা একো নজানন্ত ॥
কেন মতে ইতো বিপ্ৰে ধনুগুৰ্ণ দিব।
সমজ্যাৰ লোকে আবে আমাক হাহিব ॥

যদি দৰ্প কৰি ৰঙ্গে যাহান্ত ব্ৰাহ্মণ
নুৱাৰন্ত যদি জানা দিতে ধনুগুৰ্ণ ॥
নিষেধ কৰিয়ো তেবে বিপ্ৰক যাইবাক।
অন্যো অন্যে বিপ্ৰগণে বোলে এহিবাক ॥

তাহাৰ মধ্যত কেহো ব্ৰাহ্মণে বোলন্ত।
মৎস্য কাটিবাক ইতো বিপ্রে পাৰিবন্ত॥
দেখা দুই খান বাহু ইতো ব্ৰাহ্মণৰ।
দুই গোটা শুণ্ড যেন দেখা গজেন্দ্ৰৰ॥

আমি জানো ইতো বিপ্ৰ মহা ৰূপৱন্ত।
দুই গোটা কন্ধ দেখা আতি স্থূলৱন্ত॥
ধৈৰ্য্যে যেন দেখি আক হিমৱন্ত গিৰি।
দেখা সিংহ গোট যেন যাই দৰ্প কৰি॥

দুই খান উৰু দেখা আতি স্থূলন্তৰ।
দেখি পৰাক্ৰম যেন মত্ত গজেন্দ্ৰৰ॥
জগতত যত কিছু আছে কৰ্ম্ম ধৰ্ম্ম।
ব্ৰাহ্মণৰ অসাধ্য নাহিকে কোনো কৰ্ম্ম॥

জল ফল বায়ু ভক্ষ কৰি বিপ্ৰ গণ।
দৃঢ়ব্ৰত কৰন্ত একান্ত কৰি মন॥
দুৰ্ব্বল শৰীৰ যদি দেখা ব্ৰাহ্মণৰ।
মহা বলৱন্ত সিতো বলে তপস্যাৰ॥

এহি মতে অন্যো অন্যে সিতো বিপ্ৰগণ।
অৰ্জ্জুনক চাই নানা বুলিলা বচন॥
সেহি সময়ত পাচে অৰ্জ্জুন মহন্ত।
ধনুৰ সমীপ পাই ৰঙ্গে ৰহিলন্ত॥

ধনুখান দেখিয়া অৰ্জ্জুন মহামতি।
ফুৰি ফুৰি প্ৰদক্ষিণ কৰিলা সম্প্ৰতি॥
ইষ্টদেৱ শঙ্কৰক নমস্কাৰ কৰি।
মনে কৃষ্ণ দেৱতাক হৃদয়ত ধৰি॥

আতি যত্ন কৰি পাচে অৰ্জ্জুন মহন্ত
ধনুখান ৰঙ্গ কৰি হাতে ধৰিলন্ত॥
আতি খ্যাতিমন্ত বৰ বৰ ৰাজা গণ।
শাল শৈল্য কৰ্ণ আদি কৰি দুৰ্য্যোধন॥

আৰো অসংখ্যাত বীৰে আতি যত্ন কৰি।
ধনুগুৰ্ণ দিতে নুৱাৰিলা ধনু ধৰি॥
দৰ্প কৰি ধনু খান ধৰিয়া অৰ্জ্জুন।
তৎকালে ৰঙ্গ কৰি দিলা ধনুগুৰ্ণ॥

ধনুগুৰ্ণ দিয়া পাচে অৰ্জ্জুন মহন্ত।
পাঞ্চ গোটা শৰ হাতে তুলিয়া লৈলন্ত॥
আকাশক দৃষ্টি কৰি ধনু খান টানি।
মৎস্য কাটি পেলাইলন্ত এক শৰ হানি॥

মৎস্য কাটিলন্ত যদি বীৰ ধনঞ্জয়।
আকাশত দেবগণে কৰে জয় জয়॥
দিব্য পুষ্প আনি দেৱগণে ৰঙ্গ কৰি।
বৃষ্টি কৰিলন্ত অৰ্জ্জুনৰ মাথা ভৰি।

ৰাজাগণে দেখি হাহাকাৰ কৰিলন্ত।
মহাশাস্তী দ্ৰৌপদীক বিপ্ৰে লভিলন্ত।
পাছে উৰি ভেৰি দমা কাহান মৃদঙ্গ।
নানা ছন্দে বজাই কৰিয়া মহাৰঙ্গ॥

দ্ৰুপদে দেখন্ত বিপ্ৰে মৎস্য কাটিলন্ত।
আনন্দে আকুল ৰাজা মনে গুণিলন্ত॥
জোনো ব্ৰাহ্মণৰ পৰা দ্ৰৌপদী সুন্দৰী।
ৰাজাগণে কাঢ়ি জানো নেন্ত খঙ্গ কৰি॥

এহি বুলি দ্ৰুপদ নৃপতি বুদ্ধিমন্ত।
আপুনাৰ সৈন্যক একত্ৰ কৰিলন্ত॥
সৈন্যগণ লৈই ৰাজা বীৰ অৰ্জ্জুনৰ।
সহায় কৰিতে লাগি গৈলা নৃপবৰ॥

পাচে যুধিষ্ঠিৰ ৰাজা মহাবুদ্ধিমন্ত।
দেখিলন্ত অৰ্জ্জুনেও মৎস্য কাটিলন্ত।
বোলন্ত আমাক চিনিবেক ৰাজাগণে।
এহি বুলি যুধিষ্ঠিৰ গুণে মনে মনে॥

সহদেৱ নকুল সহিতে চাৰি ভাই।
সমাজ মাঝৰ পৰা পাচে ঘৰে গই॥
দেখিলন্ত পাচে শান্তী দ্রৌপদী সুন্দৰী।
ব্রাহ্মণে মৎস্যক কাটিলন্ত ৰঙ্গ কৰি॥

ৰূপে গুণে ইন্দ্র সম দেখি অর্জ্জুনক।
নানাবিধ অলঙ্কাৰে মণ্ডি শৰীৰক॥
সুবর্ণৰ মালা ধৰি দ্রৌপদী সুন্দৰী।
অর্জ্জুনৰ পাশক যাহান্ত ৰঙ্গ কৰি॥

মাথাত উৰুণী দিয়া আতি লজ্জাৱতী।
ধীৰে ধীৰে চলি যান্ত অর্জ্জুনৰ ভিতি॥
সুবর্ণৰ মালা খানি দিয়া অর্জ্জুনক।
নমিলন্ত সুন্দৰী দ্রৌপদী পাণ্ডৱক॥

অর্জ্জুনেও দ্রৌপদীৰ হাতত ধৰিয়া।
আনিলন্ত আপুনাৰ পাশক লাগিয়া॥
দ্রৌপদীৰ ৰূপ দেখি সিতো ৰাজাগণ।
কামবাণে পীড়িয়া আকুল কৰে মন॥

কি কাৰণে জীওঁ আমি সমস্ত নৃপতি।
দ্রৌপদীক জিনি নেই ব্রাহ্মণে সম্প্রতি॥
এহি বুলি ৰাজাগণে চাহিয়া আছন্ত।
দ্রৌপদীৰ হাতত অর্জ্জুনে ধৰিলন্ত॥

হাতে ধৰি দ্রৌপদীক নেহেন্ত ব্রাহ্মণে।
ব্রাহ্মণক অনেক পূজিলা ঋষিগণে॥
দ্রৌপদী সহিতে ৰঙ্গে অর্জ্জুন মহন্ত।
ঘৰক যাইতে লাগি মন কৰিলন্ত॥

সেহি সময়ত পাছে সমস্ত নৃপতি।
দ্রুপদ ৰাজাক কোপ কৰিলন্ত আতি॥
অন্যো অন্যে ৰাজাগণে ক্রোধিয়া বোলন্ত।
দেশ হন্তে আমাক মতাই আনিলন্ত॥

দেখা আবে দ্রুপদৰ কেন ভৈল মতি ।
এক ঠাই কৰিলন্ত আমাক সম্প্রতি ॥
পৃথিবীত যত যত আছয় সুন্দৰী ।
ৰূপে গুণে ত্রিভুবনে কেহো নুহি সৰি ॥

হেন দ্রৌপদীক আবে নেদি আমাসাক
দ্রুপদৰ ইচ্ছা ভৈল বিপ্রক দিবাক ॥
দুৰাচাৰ দ্রুপদ নৃপতিবৰ বৰ ।
সপুত্র বান্ধবে সমে পোশে যমঘৰ ॥

মতাই আনি আমাসাক ইতো দুৰাচাৰ ।
বিধিৰূতে অনেক কৰিলা সতকাৰ ॥
ভোজন কৰাই নৃপতি অন্ন আমাসাক ।
মিলিলা পাচত যেন সম্প্রতি আমাক ॥

ৰাজ্যভাৰ এৰি বহুদিন আৰ ঠাই ।
দ্রৌপদীৰ অর্থে আছোঁ আসি দুঃখ পাই ॥
আমাক নেদিবে যদি ইতো দ্রৌপদীক ।
নানা দেশ হন্তে মাতি আনিলন্ত কিক ॥

বৃদ্ধ ইতো দ্রুপদ নৃপত্তি নৰেশ্বৰ ।
দিলন্ত আমাক লাজ মধ্যে সমজ্যাৰ ॥
স্বয়ম্বৰ অধিকাৰ নুহি ব্রাহ্মণৰ ।
বেদত শুনিছোঁ অধিকাৰ ক্ষত্রিয়ৰ

আমাসাৰ অধিকাৰ ইতো দ্রৌপদীক ।
ব্রাহ্মণক দিতে ইচ্ছা কৰিলন্ত কিক ॥
ইতো দ্রৌপদীক মাৰি পেশো যমঘৰ ।
তেবে আমাসাৰ দুঃখ পলাই মনৰ ॥

আমাত নভজে যদি দ্রৌপদী সুন্দৰী ।
অগ্নিত পেলাইয়া আসা যাওঁ ঘৰাঘৰি ॥
লোভত থাকিয়া যদি ব্রাহ্মণ মহন্ত ।
আমাক বিপ্রেয়ো কিক লাজক দিলন্ত ॥

তথাপিতো যোগ্য নুহি মাৰিতে ব্ৰাহ্মণ।
ব্ৰাহ্মণৰ অৰ্থে পুত্ৰ পৌত্ৰ ৰাজ্য ভাৰ॥
স্বধৰ্ম্মক ৰক্ষা কৰি সমস্ত নৃপতি।
ব্ৰাহ্মণক মাৰিবাক নভৈলেক মতি॥

পুত্ৰগণ সমে ইতো দ্ৰুপদ ৰাজাক।
আৰো আসা কাৰ্য্য নাই আক ৰাখিবাক॥
আৰ যেন স্বয়ম্বৰে ৰাজা সকলক।
নেদয় নৃপতিগণে এনয় লাজক॥

এহি বুলি ৰাজাগণে মহাক্ৰোধ কৰি।
দ্ৰুপদক মাৰো বুলি গৈল অস্ত্ৰধৰি॥
ধনুশৰ ধৰি কতো ৰাজা খেদি গৈলা।
খড়্গ চৰ্ম্ম ধৰি কতো ৰাজা খঙ্গ ভৈল॥

পৰশু মুদ্গৰ ধৰি কতো মন ৰঙ্গে।
পৰিঘ পট্টিশ ধৰি কতো গৈল খঙ্গে॥
কতো ৰাজা গদা চোট কান্ধত পেলাই।
দ্ৰুপদক মাৰো বুলি লৰৰন্তে যাই।

কতো ডেৱপাৰি যাই মাৰি বাৰু চাটি।
কতো বোলে দ্ৰুপদক শীঘ্ৰে পেলাওঁ কটি।
এহি মতে ৰাজা গণে ধৰ মাৰ কৰি।
দ্ৰুপদক খেদি যাই অস্ত্ৰ শস্ত্ৰ ধৰি॥

দ্ৰুপদে দেখন্ত একেলগে ৰাজা গণ।
ক্ৰোধ কৰি আসে যেন মত্তহস্তী গণ॥
দ্ৰুপদে দেখিয়া পাছে কম্পয় ভয়ত।
শৰণ পশিল গৈয়া ব্ৰাহ্মণ গণত॥

ৰক্ষা কৰ বিপ্ৰগণ পশিলোঁ শৰণে।
মোক মাৰিবাক লাগি আসয় ৰাজনে॥
দ্ৰুপদৰ বাণী শুনি বীৰ ধনঞ্জয়।
দ্ৰুপদ নৃপতি তুমি নকৰিবা ভয়॥

পাচে দুই ভাই ভীম অৰ্জ্জুন মহন্ত।
মহাবেগে আসি ৰাজা গণ দেখিলন্ত॥
দেখিলন্ত অস্ত্ৰ ধৰি সমস্ত নৃপতি।
দ্ৰুপদ ৰাজাক বেঢ়িলন্ত চতুৰ্ভিতি॥

তাক দেখি দুয়ো ভাই ক্ৰোধ কৰিলন্ত।
ভীমসেনে পাছে বৃক্ষ গোট দেখিলন্ত॥
মহাবলৱন্ত ভীমে দুই হাতে ধৰি।
বৃক্ষ গোট উভাৰিয়া লৈলা ক্ৰোধ কৰি॥

ডাল মুল ভাঙ্গি পাছে পেলাইলা বৃক্ষৰ।
মত্তহস্তী গোট যেন আছে বৃকোদৰ॥
বৃক্ষ গোট কান্ধত পেলাই ভীমসেন।
প্ৰজা সংহৰিতে যম ৰাজা আছে যেন॥

বৃক্ষ গোট লই অৰ্জ্জুনৰ পাশে ৰৈলা।
অৰ্জ্জুনে ভীমৰ কাৰ্য্য দেখি ৰঙ্গ ভৈলা॥
অৰ্জ্জুনেও বৰ ধনু খান হাতে ধৰি।
নৃপতি গণক চাই ৰৈলা ৰঙ্গ কৰি॥

অৰ্জ্জুনক দেখি কৃষ্ণে বলোক বোলন্ত।
শুনা দদা বলভদ্ৰ তুমি বুদ্ধিমন্ত॥
দেখা সিংহ গোট যেন যাই ৰঙ্গ কৰি।
দীঘল ডাঙ্গৰ ধনু খান হাতে ধৰি॥

জানিবা নিশ্চয়ে দদা এহিতো অৰ্জ্জুন।
মহাক্ৰোধ কৰি আঝোৰন্ত ধনুৰ্গুণ॥
দেখা বৃক্ষ গোট উভাৰিয়া হাতে ধৰি।
অৰ্জ্জুনৰ কাছে আছে মহা ক্ৰোধ কৰি॥

এহি গোট ভীমসেন জানিবা নিশ্চয়।
ইতো কৰ্ম্ম মনুষ্যে কৰিবে মুৱাৰয়॥
যিতো সমাজৰ পৰা উঠিয়া গৈলন্ত।
সিংহ সম গতি সিতো মহাৰূপৱন্ত॥

দুই খান বাহু তান আজানু লম্বিত।
তিল ফুল সম নাসা আতি সুশোভিত॥
জানিবা নিশ্চয় সেহি গোট যুধিষ্ঠিৰ।
ধৰ্ম্মৰাজ সুত সিতো আতি মহাবীৰ॥

যিতো দুই জন যুধিষ্ঠিৰৰ পাচত।
গৈলন্ত চলিয়া ৰঙ্গ কৰিয়া মনত॥
জানিবা নিশ্চয় দুয়ো মাদৃৰ তনয়।
নকুল যে সহদেৱ আতি সুভানয়॥

জতুগৃহ দাহ হন্তে সিতো পাঞ্চ ভাই।
মাতৃ হন্তে এৰাইছন্ত শুনিছো পলাই॥
বলভদ্ৰ শুনি পাছে কৃষ্ণৰ বচন।
পাণ্ডৱক দেখি দুয়ো ভৈল ৰঙ্গ মন॥

পাচে বিপ্ৰগণে দ্ৰুপদৰ শুনি বাণী।
নৃপতি গণক দেখি দৰত কাম্পনি॥
মহা স্নেহে বিপ্ৰগণে বুলিলা সম্প্ৰতি।
ভয় নকৰিবি তই দ্ৰুপদ নৃপতি॥

ইতো ৰাজা গণক যুজিবে বিপ্ৰগণে।
এহি মতে বিপ্ৰ গণে বোলে অন্যো অন্যে॥
ব্ৰাহ্মণ গণৰ বাণী অৰ্জ্জুনে শুনিলা।
অল্প অল্প হাস্য কৰি বিপ্ৰক বুলিলা॥

শুনা বিপ্ৰগণ আবে মোহোৰ বচন।
থাকা তোৰা সব মই মাৰো ৰাজাগণ॥
অসংখ্যাত শৰ মাৰি আমি দুই ভাই।
সমস্ত নৃপতি মাৰো থাকা ৰঙ্গ চাই॥

এহি বুলি ধনুখান ধৰিয়া অৰ্জ্জুন।
মহাৰঙ্গে দৰ্প কৰি দিলা ধনুগুৰ্ণ॥
ভীমেও বৃক্ষক ধৰি মহা ক্ৰোধ কৰি।
দুই ভাই ৰহিলন্ত পাছে ৰঙ্গ কৰি॥

কৰ্ণ আদি কৰি ৰাজা গণক দেখিয়া।
ক্ৰোধ কৰি দুই ভাই গৈলন্ত খেদিয়া॥
ৰাজা গণে বুলিলন্ত অন্যো অন্যে চাই।
দেখা দুই গুটি বিপ্ৰে খেদিয়া আসয়॥

ৰণে পশি যিতো বীৰ যুদ্ধক কৰন্ত।
ক্ষেত্ৰিয় সহিতে যুদ্ধ কৰিয়া মৰন্ত॥
শুনিছোঁ নলাগে ব্ৰহ্মবধ ক্ষত্ৰিয়ত।
এহি বুলি ৰাজাগণ পশিলা ৰণত॥

ৰণত পশিয়া পাছে সমস্তে নৃপতি।
ব্ৰাহ্মণ গণক খেদি গৈলন্ত সম্প্ৰতি॥
পাচে ৰাধা সুত কৰ্ণ মহা বলৱন্ত।
মহা ক্ৰোধে অৰ্জ্জুনক খেদিয়া গৈলন্ত

ঋতুমতী গোৰ অৰ্থে যেন বৃষ দুই।
অন্যো অন্যে মহাক্ৰোধে ভিৰিয়া যুঝয়
এহি মতে কৰ্ণ সমে অৰ্জ্জুন মহন্ত।
মত্তহস্তী গোট যেন হস্তীক যুজন্ত॥

মহাবলৱন্ত বীৰ শৈল্য নৰপতি।
ভীমসেন সমে যুদ্ধ লাগিল সম্প্ৰতি॥
দুৰ্যোধন আদি কৰি নৃপতি সকল।
বিপ্ৰগণ সমে তাৰ কন্দল লাগিল॥

অৰ্জ্জুনে দেখন্ত কৰ্ণ খেদিয়া আসয়।
ধনু খান হাতে তুলি লৈলা মহাশয়॥
আকৰ্ণ সমান কৰি টানি ধনুখান।
ধনুত যুৰিলা আনি তিনি গোট বান॥

কৰ্ণৰ হৃদিত দৃঢ় কৰি হানিলন্ত।
এক শৰ হানি তাৰ ধনু কাটিলন্ত॥
শৰ ঘাৱে কৰ্ণ বীৰ জৰ্জ্জৰিত ভৈল।
বিমোহিত হুয়া বীৰ ৰথে পৰি ৰৈল॥

কতোক্ষণে কৰ্ণ বীৰ চেতন লভিয়া।
ক্রোধ কৰি অৰ্জ্জুনক গৈলন্ত খেদিয়া॥
পাচে আৰো ধনুখান ধৰি কৰ্ণ বীৰ।
শৰে হানি অৰ্জ্জুনৰ ভেদিলা শৰীৰ॥

অৰ্জ্জুনেও মহাখড়্গে নানা অস্ত্র ধৰি।
কৰ্ণৰ শৰীৰে হানিলন্ত দৃঢ় কৰি॥
পাচে জিনো বুলি দুয়ো আটোপটঙ্কাৰে।
যুদ্ধ কৰিলন্ত দুয়ো অনেক প্রকাৰে॥

অৰ্জ্জুনৰ বহু বল দেখি কৰ্ণ বীৰ।
পৃথিবীত ইহাৰ সমান নাহি বীৰ॥
এহি বুলি কৰ্ণ বীৰ আতি যত্ন কৰি।
অৰ্জ্জুনক যুজিতে লাগিলা ধনু ধৰি॥

অসংখ্যাত শৰ বৃষ্টি অৰ্জ্জুনে কৰিল।
ৰাধা সুত কৰ্ণ বীৰ পথতে কাটিল॥
আথাকে হানন্ত শৰ অৰ্জ্জুন মহন্ত।
তাক দেখি কৰ্ণে অৰ্জ্জুনক বুলিলন্ত॥

কোন তুমি বিপ্র নিষ্ঠ কৰি কহিয়োক।
বাহুবলে তুমি তুষ্ট কৰিলাহা মোক॥
তোমাৰ প্রহাৰ কেহো সহিতে নাপাৰে।
অস্ত্র বিদ্যা ধনুর্ব্বিদ্যা জানা তুমি সাৰে॥

কিবা ৰামচন্দ্র আসি আছা মূৰ্ত্তি ধৰি।
কিবা ইন্দ্র আসি আছা বিপ্ররূপ ধৰি॥
তুমি বা সাক্ষাতে বিষ্ণু পতি জগতৰ।
এতমান পৰাক্রম নুহি ব্রাহ্মণৰ॥

ৰণ মাঝে মই যদি মহা ক্রোধ কৰি।
যুজিবাক মাওঁ অস্ত্র শস্ত্র ধনু ধৰি॥
বৰ বৰ ৰাজা গণ চাহিয়া থাকন্ত।
কাহাৰ শকতি নাহি মোক যুজিবন্ত॥

কিন্তু ইন্দ্র আৰু পাণ্ডুসুত ধনঞ্জয়।
এহি দুই বিনে মোক যুঞ্জে মুৰাৰয় ॥
এহি মতে কর্ণ বীৰে বুলিয়া আছন্ত।
কর্ণক সম্মুখি ধনঞ্জয় বুলিলন্ত ॥

শুনিয়োক কর্ণ মই নোহো ৰামচন্দ্র।
অর্জ্জুন নুহিকা মই নোহো দেৱ ইন্দ্র ॥
কিন্তু মই সামান্য ব্রাহ্মণ একজন।
গুৰুৰ প্রসাদে শিখি আছোঁ অস্ত্রগণ ॥

শুনি আছোঁ সবে কই কর্ণ মহাবীৰ।
মোহৰ আগত আজি হওঁ তই স্থিৰ ॥
অর্জ্জুনৰ বাণী শুনি ৰাধাৰ তনয়।
যুদ্ধ হন্তে নিবর্ত্তিয়া গৈলা মহাশয় ॥

বোলন্ত ব্রাহ্মণ তেজ সহিতে নপাৰি।
এহি বুলি কর্ণ গৈলা যুদ্ধ পৰিহৰি ॥
পাছে শৈল্য সমে ভীম মহাবলিয়াৰ।
অন্যো অন্যে দুয়ো যুদ্ধ কৰিলা অপাৰ ॥

বাহু ডাম্ফি মাৰি দুয়ো কৰি ধৰাধৰি।
ইয়ো টানে সিয়ো তানে মহা দর্প কৰি ॥
পাচে ভীমে দুয়ো হাতে ধৰি আঙ্কোৱালি।
শৈল্য নৃপতিক ৰঙ্গে পেলাইলা আচাৰি ॥

বিপ্রগণে সবে হাসিলন্ত ঝাত কৰি।
দেখি ৰাজাগণে সুমৰন্ত হৰি হৰি ॥
সেহি সময়ত ভীমে আশ্চর্য্য কৰিলা।
পৰি আছে শৈল্য ৰাজা সাক্ষাতে দেখিলা ॥

এহি মতে কর্ণ শৈল্যে যুদ্ধ হাৰিলন্ত।
তাক দেখি ৰাজাগণ ভয়ে কম্পিলন্ত ॥
সিতো ৰাজাগণ পাছে হুয়া একঠাই।
অন্যো অন্যে বোলন্ত ভীমৰ মুখ চাই ॥

পুছিয়োক কোন ঠাই থাকন্ত ব্ৰাহ্মণ।
কোন থানে থাকা কাৰ পুত্ৰ প্ৰয়োজন॥
ৰাধাৰ তনয় কৰ্ণ বীৰ বলিয়াৰ।
ৰণমধ্যে যুজিবাক শক্তি আছে কাৰ॥

কিন্তু ৰামচন্দ্ৰ ইন্দ্ৰ আৰো ধনঞ্জয়।
দৈৱকীৰ পুত্ৰ কৃষ্ণ কৃপা মহাশয়॥
এহি পাঞ্চ জন বিনে কৰ্ণক ৰণত।
জিনিবাক নুৱাৰন্ত কেৱে জগতত॥

দেখিয়োক আৰো কেন ভৈল বিপৰ্য্যয়।
শৈল্য নৃপতিক ৰণে ব্ৰাহ্মণ জিনয়॥
যিতো মহাবলৱন্ত শৈল্য নৰপতি।
ৰণত জিনিব তাক কাহাৰ শকতি॥

কিন্তু বলভদ্ৰ আৰো ভীম মহাশয়।
এহি দুই জন বিনে কেহো নুৱাৰয়॥
হেনয় শৈল্যক বিপ্ৰে পেলাইলা ভূমিত।
দেখিয়োক ৰাজাগণ কেনে বিপৰীত॥

মহাবলৱন্ত কৰ্ণ শৈল্য নৰপতি।
হেনয় বীৰক জিনে ব্ৰাহ্মণে সম্প্ৰতি॥
নিশ্চয় জানিলোঁ দুই নুহিকা ব্ৰাহ্মণ
ছদ্ম কৰি আসি আছে জানা কোন জন॥

একবাক্য বোলো শুনা সমস্তে নৃপতি।
ব্ৰাহ্মণক যুজিবাক নলাগে সম্প্ৰতি॥
দ্ৰৌপদীক লৈয়া যাওঁ আসা সবে ধৰি।
পাছে যদি বিপ্ৰে খেদি আসে দৰ্পকৰি॥

ব্ৰাহ্মনক বেঢ়ি পাছে সবে ৰাজাগণে।
একে লগে যুদ্ধ কৰো সবে ৰাজাগণে॥
এহি বাক্য ৰাজাগণে বুলিতে আছন্ত।
তাক দেখি ৰাম কৃষ্ণে মনত গুণন্ত॥

বোলন্ত ভীমৰ কাৰ্য্য অতি অদভুত।
অৰ্জ্জুনেও পৰাক্ৰম কৰিলা বহুত ॥
অদ্ভুত কৰ্ম্মক দেখি সমস্তে নৃপতি।
পাণ্ডৱ বুলিয়া কিবা চিনন্ত সম্প্ৰতি ॥

এহিমতে গুণি গান্থি কৃষ্ণ কপাময়।
নৃপতি গণক চাই বুলিলা বিনয় ॥
শুনিয়োক মোৰ বাক্য নৃপতি সকল।
ব্ৰাহ্মণ সহিতে তোৰা এৰিয়ো কন্দল ॥

ধৰ্ম্মে থাকি দ্ৰৌপদীক পাইলন্ত ব্ৰাহ্মণে।
তাক লাগি তোৰা যুদ্ধ কৰা কি কাৰণে ॥
মোৰ বাক্য ধৰা তোৰা সমস্তে নৃপতি।
দ্ৰৌপদীৰ অৰ্থে যুদ্ধ এৰিয়ো সম্প্ৰতি ॥

কৃষ্ণৰ বচন শুনি সবে ৰাজাগণ।
ব্ৰাহ্মণ সহিতে যুদ্ধ এৰিলা তেখন ॥
সমস্ত নৃপতি পাছে অসন্তোষ কৰি।
লাজে অধোমুখ হৈয়া গৈলা ঘৰাঘৰি ॥

# শ্ৰীনাথ দ্বিজ।

## মহাভাৰত।

### ( আদি পৰ্ব্ব )

এক দিনা দ্ৰোণ অৰ্জ্জুনত নিগদতি।
অন্ধকাৰে অন্ন নভুঞ্জিবা মহামতি॥
কাতো নকহিবা বাপু আমাৰ ইকথা।
তোমাক সকলো অস্ত্ৰ শিখাইবো সৰ্ব্বথা॥

গুৰুৰ আজ্ঞাক শিৰে ধৰি ধনঞ্জয়।
অশ্বত্থামা সঙ্গে ভিনে শিখে অস্ত্ৰচয়॥
এক দিনা সব্যসাচী ভাত খাই ৰাতি।
প্ৰচণ্ড বতাহ লাগি নিমালেক বাতি॥

অন্ধকাৰে বীৰ ধনঞ্জয় ভাত খাই।
মুখক লাগিয়া মাত্ৰ তাৰ হাত যাই॥
সকলে অভ্যাস সাধ্য বুজিয়া তেখনে।
অস্ত্ৰ শস্ত্ৰ শিক্ষা কৰে ৰাতিতো আপোনে।

ৰাত্ৰিতো শুনিয়া তান ধনুৰ টঙ্কাৰ।
মেঘৰ সম্বাদ যেন প্ৰচণ্ড হুঙ্কাৰ॥
অৰ্জ্জুনৰ যত্ন দেখি দ্ৰোণ তুষ্ট মন।
মহা স্নেহে আলিঙ্গিয়া বুলিলা বচন॥

সাধু সাধু ধনঞ্জয় ক্ষত্ৰিয় কুমাৰ।
বিদ্যাত এমত যত্ন দেখিলো তোমাৰ॥
কৰিবো তোমাক অস্ত্ৰ শস্ত্ৰত পণ্ডিত।
যেন তোৰ সম বীৰ নাহি পৃথিবীত॥

দিবো ধনুৰ্ব্বেদ তোক কৈলো অঙ্গীকাৰ।
তোমাৰ সদৃশ মোৰ শিষ্য নাহি আৰ॥
হস্তী কন্ধে থাকি ৰণে কি কৰিবে কৰ্ম্ম।
সংকীৰ্ণ যুদ্ধৰে আৰে শিখালন্ত মৰ্ম্ম॥

শকতি তোমাৰ পাশ খড়গ চৰ্ম্ম যুদ্ধ।
মহা মল্ল যুদ্ধ অৰু গদা যুদ্ধ শুদ্ধ॥
দ্ৰোণে অৰ্জ্জুনক সবে শিখাইলন্ত ভিনে।
নজানিল কেৱে এক অশ্বত্থামা বিনে॥

অৰ্জ্জুনৰ কীৰ্ত্তি দশোদিশ চানি গৈল।
শুনিয়া ৰাজাৰ পুত্ৰ অনেক আসিল॥
চণ্ডাল ৰজাৰ পুত্ৰ একলব্য নাম।
আসিল দ্ৰোণৰ ঠাই অস্ত্ৰ শিক্ষা কাম॥

চণ্ডালক দ্ৰোণে নিশিখাইলা ধনুৰ্ব্বেদ।
একলব্য চলিল মনত কৰি খেদ॥
মাটিৰ দ্ৰোণৰ মূৰ্ত্তি আকিলেক বনে।
তাকে গুৰু মানি অস্ত্ৰ শিখইয় আপুনে॥

মহা ধনুৰ্দ্ধৰ ভৈলা সবাতে উত্তম।
নাহি আৰ ধনুৰ্দ্ধৰ একলব্য সম॥
বৈশম্পায়নে বোলে তেবে কৌৰৱ পাণ্ডৱে।
একদিনা মৃগয়া কৰিতে গৈলা বনে॥

সবে ভাই লগে লৈয়া শিখাৱা কুমাৰ।
মৃগ মাৰিবাক মনে গৈলা বহু দূৰ॥
একলব্য অস্ত্ৰ শিক্ষা কৰে সেহি বনে।
তথা উপস্থিত ভৈলা ৰাজ পুত্ৰ গণে॥

হেঙ্গুল কুকুৰ এক হৰিণ খেদিয়া।
একলব্য আগে গৈল শবদ কৰিয়া॥
শবদ কৰিতে একলব্য ধনুৰ্দ্ধৰ।
কুকুৰৰ মুখে প্ৰবেশাইলা পঞ্চশৰ॥

শৰে পৰি পুনৰ্ম্মুখ কুকুৰ আসিল।
দেখিয়া কুমাৰ বৰ্গে বিস্ময় মানিল॥
কাহাৰ ইকৰ্ম্ম বুলি সবাৰে বিস্ময়।
পঞ্চাধিক শত ভাই বনে বিচাৰয়॥

দেখিল পুৰুষ এক শিৰে জটাধাৰী।
কৃষ্ণসাৰ চৰ্ম্ম পিন্ধি অস্ত্ৰ শিক্ষা কৰি॥
দ্ৰোণৰ প্ৰতিমা এক থাপিছে আগত।
তাকে গুৰু মানি অস্ত্ৰ শিখায় সমস্ত॥

একলব্য চণ্ডালৰ দেখিয়া বিক্ৰম।
সবে বোলে ইহাৰ নোহয় কেৱে সম॥
বিস্ময় লভিয়া সবে গৈলা নিজ ঘৰে।
অৰ্জ্জুনে চলিলা দুঃখে দ্ৰোণৰ বাসৰে॥

আদৰে গুৰুৰ পাৱে কৰিয়া প্ৰণতি।
নম্ৰভাৱে ধনঞ্জয় বিনয় বদতি॥
অৰ্জ্জুনে বোলয় মোক বুলিলা গোসাঁই।
ধনঞ্জয় তোৰ তুল্য মোৰ শিষ্য নাই॥

তোমাৰ সি বাক্য কেনে ভৈলেক অসত্য।
গুৰু বৃহস্পতি বাক্য মিছা বোলে কৈত॥
একলব্য চণ্ডাল সবাতে ভৈলা বৰ।
তোমাৰেসে শিষ্য গুৰু ধনুৰ্দ্ধৰ দৰ॥

মাটিৰ তোমাৰ মূৰ্ত্তি থাপি আছে বনে।
তাকে গুৰু মানি অস্ত্ৰ শিখয় আপুনে॥
মহা ধনুৰ্দ্ধৰ ভৈলা সবাতে উত্তম।
নাহি তুৱা শিষ্য গুৰু একলব্য সম॥

মই তুৱা দাস প্ৰভু অনুগ্ৰহ কৰ।
চণ্ডাল নোহয় যেন মোৰ সমসৰ॥
আপুন প্ৰতিজ্ঞা গুৰু কৰ প্ৰতিপাল।
যেন মতে মোৰ সম নহয় চণ্ডাল॥

তুমি গুৰু পিতৃ মোৰ তুৱা দাস প্ৰায়।
আপুন প্ৰতিজ্ঞা আবে ৰাখিতে যুৱাই ॥
দ্ৰোণে বোলে প্ৰিয় শিষ্য শুনা ধনঞ্জয়।
তুৱা মনোৰথ সিদ্ধি কৰিবো নিশ্চয় ॥

এখনে কৰিবো পাৰ্থ তুৱা হিত কাজে।
এহি বুলি তেখনে চলিল ভৰদ্বাজ ॥
মনে বোলে মহাবীৰ ধন্যৰে চণ্ডাল।
একলব্য থানে দ্ৰোণ চলিলা তাৎকল ॥

লগতে চলিল অসংখ্যাত শিষ্য গণ।
একলব্য থানে দ্ৰোণ ভৈলা উপাসন্ন ॥
দ্ৰোণক দেখিয়া একলব্য মবাবলী।
প্ৰণাম কৰিয়া বীৰ ভৈলা কৃতাঞ্জলি ॥

গৌৰৱে বোলয় গুৰু কহিয়ো কি কাৰ্য্য।
তুমি সে আমাৰ শস্ত্ৰ শিখাৰ আচাৰ্য্য ॥
দ্ৰোণে বোলে বীৰ যদি শিষ্য ভেলি মোৰ।
গুৰুক দক্ষিণা দিতে যোগ্য হোৱে তোৰ ॥

একলব্য বোলে গুৰু কহিয়ো সকালে।
তোমাৰ সন্তোষ হয় কি দক্ষিণা পালে ॥
আচৰ্য্য তোমাৰ কাৰ্য্য অবশ্যে সাধিবা।
তোমাৰ কাৰণে নিজ প্ৰাণ উপেক্ষিবো ॥

দ্ৰোণে বোলে প্ৰতিজ্ঞা কৰিয়ো মহামানী।
দক্ষিণ হস্তৰ দিয়ো বৃদ্ধাঙ্গুষ্ঠ খানি ॥
এহি সে দক্ষিণা মোৰ জানা মহামতি।
হাস্য কৰি তেবে একলব্য নিগদতি ॥

জানিলো চলিতে আসি আছা ভৰদ্বাজ।
তুৱা যত্ন ভৈল অৰ্জ্জুনৰ হিত কাজ ॥
হীৰণ্য ধনুৰ পুত্ৰ মই একলব্য।
প্ৰতিজ্ঞা ছাৰিলে মোক বুলিবেক অব্য ॥

পৰম আনন্দে হাস্য মুখে এহি বুলি ।
দক্ষিণ হাতৰ কাটি দিলা বৃদ্ধাঙ্গুলি ॥
দক্ষিণা লভিয়া দ্রোণ গৈলা নিজ ঘৰ ।
বনতে ৰহিল একলব্য ধনুৰ্দ্ধৰ ॥

রুক্ষম ভৈলা অঙ্গুলি তথাপি ধনু টানে।
শীঘ্রবেগে শৰ বীৰে অলক্ষিতে হানে ॥
তথাপি অস্ত্রত ভৈলা পৰম প্রবীণ ।
অৰ্জ্জুনত মাত্র একলব্য ভৈলা হীন ॥

বৈশম্পানে বোলে একদিনা গুৰু দ্রেণে ।
পৰীক্ষা কৰিবে মনে শিষ্যক আপুনে ॥
গাছৰ আগত কুৰৈ ভাটো এক খানি ।
সবাৰে মহিমা লৈতে থৈলা মহামানী ॥

শিষ্যক বুলিলা সবে আইস ধনুধৰি ।
দেখি শৰ কৰ ক্রিড়া ভাটো লক্ষ কৰি ॥
মই যেতিক্ষণে বোলো শীঘ্রে কৰ শৰ ।
শৰ হানি পক্ষী শিৰ ছেদিও সত্বৰ ॥

তেবে আগ ভৈলা যুধিষ্ঠিৰ ধৰ্ম্ম সুত ।
পক্ষী লক্ষ কৰি শৰ কৰিলা প্রস্তুত ॥
দ্রোণে বোলে যুধিষ্ঠিৰ কি দেখস তই ।
যুধিষ্ঠিৰ বদতি সকলে দেখোঁ মই ॥

প্রথমে বৃক্ষক দেখো দেখো ভাটো পক্ষী ।
ভাই সকলক আৰু তোমাক যে লক্ষি ॥
গুৰু দ্রোণে মৌন হুই ৰহি তেতিক্ষণ ।
পুনু কি দেখস হেন বুলিলা বচন ॥

আৰো যুধিষ্ঠিৰে দেখো সেহি কথা মাত্র ।
দ্রোণে বোলে দূৰ গুচ অধম অপাত্র ॥
তেবে সেহি মতে দুৰ্য্যোধনত পুচিল ।
তেহেসে কহিল যুধিষ্ঠিৰে যে কহিল ॥

তেবে দ্ৰোণে ভীমত পুচিলা সেহি ঠানে।
ভীমে বোলে মাৰো পক্ষী গদাৰ প্ৰহাৰে ॥
তেবে নানা দেশী ৰাজ পুত্ৰক তেখনে।
সবাতে পুচিলা ভৰদ্বাজৰ নন্দনে ॥

সবে বোলে আমি গুৰু সবাহাকে দেখি।
তেবে দ্ৰোণে বোলে ধনঞ্জয়ক নিৰেক্ষি ॥
ধনু থাকসিয়া পাৰ্থ বড় শৰ পাট।
শৰ ছাৰ বুলিলে পক্ষীৰ শিৰ কাট ॥

কোদণ্ড ঘুৰিয়া ধৰি সৰ্প মুখ বাণ।
অৰ্জ্জুনে পক্ষীক লক্ষি কৰিলা সন্ধান ॥
দ্ৰোণে বোলে ধনঞ্জয় কি দেখস তই।
অৰ্জ্জুনে বদতি পক্ষী মাত্ৰ দেখোঁ মই ॥

নেদেখোঁ বৃক্ষক গুৰু নেদেখোঁ তোমাক।
নেদেখোঁ শতেক সঙ্গী ভাই সকলক ॥
মোৰ চক্ষু গৈছে মাত্ৰ ভাটোৰ উপৰ।
মনে মনে বোলে দ্ৰোণে সাধু ধনুৰ্দ্ধৰ ॥

পাছে পুচিলন্ত দ্ৰোণে কি দেখস আৰ।
পাৰ্থে বোলে দেখোঁ আমি কণ্ঠ খানি তাৰ ॥
দ্ৰোণে বোলে শীঘ্ৰে শৰ ছাৰ সব্যসাচী।
অৰ্জ্জুনে হানিলা শৰ খানিকো নাপেক্ষি ॥

তীক্ষ্ণ শৰে পক্ষী শিৰ ছেদিলা সত্বৰে।
পৰিল ভাটোৰ মাথা পৃথিবী উপৰে ॥
তাক দেখি যত দ্ৰোণ শিষ্যে পাইলা লাজ।
অৰ্জ্জুনক আলিঙ্গি ধৰিল ভৰদ্বাজ ॥

দ্ৰোণে বোলে পাৰ্থ প্ৰশংসিবো কত তোক।
তই শিষ্যে কৃতাৰ্থ কৰিলি বাপু মোক ॥
ধন্য পিতা পাণ্ডু তোৰ ধন্য মাতা কুন্তী।
তই হেন পুত্ৰ তাৰ জীৱন্তে মুকুতি ॥

বৈশম্পায়নে বোলে যেবে কথা ভৈল পাছে।
একদিনা ধৃতৰাষ্ট্রে সভা পাতি আছে॥
ভীষ্ম দ্রোণ ব্যাস কৃপ বাহ্লিক সঞ্জয়।
সোমদত্ত বিদুৰ আছয় বীৰ চয়॥

ভীষ্ম সমে সম্ভাষিতে আছে কুৰুপতি।
হেনকালে গুৰু দ্রোণ ৰাজাত বদতি॥
আচার্য্য বদতি শুনা জয় নৃপবৰ।
প্রিয় নিবেদন কৰো অৱধান কৰ॥

তব পুত্রগণ যত ভ্রাতৃগণ যত।
সকলে ভৈলেক অস্ত্র শস্ত্রত পাৰ্গত॥
সাঙ্গেপাঙ্গে ধনুৰ্ব্বেদ সকলে শিখাইলোঁ।
গন্ধৰ্ব্বাদি সব অস্ত্র সবক দেখাইলোঁ॥

হয়ে গজে ৰথে সবে কেন অস্ত্র শিক্ষা।
আপুনি এখনে ৰাজা কৰিয়ো পৰীক্ষা॥
তোমাৰ সকলে পুত্র ভৈল গুণৱন্ত।
এতেকে ভূপাল তুমি মহাভাগ্যৱন্ত॥

অনন্তৰে আনন্দিত বৃদ্ধকুৰু ৰাই।
দ্রোণক বুলিলা সাধু সাধু উপাধ্যায়॥
বৰ প্রিয় কাৰ্য্য মোৰ সাধিলা এখনে।
অস্ত্রত পণ্ডিত ভৈল যাতো পুত্রগণে॥

যে সকলে দেখে গুণৱন্ত পুত্রগণ।
হেন মানো গুৰু মোৰ ইহ লোক স্থান॥
বিধাতা কৰিল মাত্র মোক বিৰম্বন।
অন্ধ কৰি মোক যাতো কৰিলা স্রজন॥

দেখিবে নপাইলো গুণৱন্ত পুত্রমুখ।
ইহাত অধিক গুৰু আছে কোন দুখ॥
এহি মতে দুঃখ কৰি বৃদ্ধকুৰু পতি।
অনন্তৰে বিদুৰক বিনয় বদতি॥

থান নিৰ্ব্বানক গুৰু কৰিয়ো অজ্ঞান।
কুমাৰ বৰ্গৰ কৰিয়োক ৰঙ্গ স্থান ॥
উচ্চ মঞ্চ সব ভাই কৰায়ো যতনে।
গান্ধাৰী প্ৰমুখ্যে যেন দেখৈ নাৰী গণে ॥

আসোক আনন্দে নগৰৰ যত লোক।
পুত্ৰৰ বিক্ৰম মোৰ সকলে দেখোক ॥
ৰাজাৰ আদেশ বিদুৰে যে শিৰে ধৰি।
ৰঙ্গ ভূমি বিৰচিল শুভক্ষণ কৰি ॥

প্ৰকীৰ্ণ ভূমিত কৰাইলাহা ৰঙ্গ স্থান।
উচ্চ মঞ্চ সব কৈল সাক্ষাতে বিমান ॥
ফটিকৰ স্তম্ভ ৰত্ন ময় গৃহ যত।
সাক্ষাতে দেখিয় যেন মেৰুৰ পৰ্ব্বত ॥

শৰৰ বাটত সবে কাটিল ঝিঝিৰি।
অভ্যন্তৰ হন্তে যেন দেখে যত নাৰী ॥
গৃহৰ চতাল যেন চন্দনে লেপিল।
সুবৰ্ণৰ পূৰ্ণ ঘট দুৱাৰে থাপিল ॥

কুসুম চন্দনে ধুপ সুগন্ধ লগাইল।
গন্ধ মধুকৰগণে লোভে মধু খাইল ॥
অনন্তৰে ৰঙ্গ ভূমি পূজা কৰিবাৰ।
যি সকল লাগে থৈল সকলো সম্ভাৰ ॥

সাৱধানে সকলে সাজিলা নীতিশীল।
নম্ৰভাৱে ৰাজাত বিদুৰে নিবেদিল ॥
বৈশম্পানে বোলে তুষ্ট হুয়া কুৰুৰাজ।
ভীষ্ম সমে আৰোহিল গৃহ সভা মাঝ ॥

বাহ্লিক প্ৰমুক্ষে আনো বৃদ্ধ কুৰুগণ।
সুবৰ্ণ আসনে সবে বসিলা তেখন ॥
ৰাজাৰ সন্নিধে ৰঙ্গে উঠিলা গান্ধাৰী।
আসিল আনন্দে কুন্তী আনো যত নাৰী ॥

ৰাজনাৰী গণ মঞ্চে কৰি আৰোহণ।
মেৰুৰ শিখৰে যেন দেব নাৰী গণ ॥
সভাসদ সব যেবে সভাত বসিলা।
আসোক কুমাৰ বৰ্গে ৰাজা আদেশিলা ॥

তেবে ৰণ ধৰণীত উঠিল আন্দোল।
পূৰ্ণিমা তিথিত যেন সাগৰ কল্লোল ॥
কাহাল কৰ্ত্তাল ভেৰি নানা বাদ্য বাজে।
বিক্ৰম দেখাইতে ৰাজ পুত্ৰে সৱে মাঝে ॥

চাৰণে চৰিত্ৰ গাৱে ভাটে কৰে স্তব।
ৰঙ্গশালে উপস্থিত ৰাজপুত্ৰ সব ॥
বাহুত লগাইছে সবে সুবৰ্ণ আৰিৰ।
শাল বৃক্ষ সম যেন প্ৰকাশে শৰীৰ ॥

সবাৰে ভুজত বান্ধি আছে বীৰ কক্ষা।
পিন্ধিছে আঙ্গুঠি সবে আঙ্গুলিৰ ৰক্ষা ॥
ধনুৰ্গুণ আজুৰিতে বান্ধি আছে কৰ।
সবাৰে সুঠান বাহু বজ্ৰ যেন দৃঢ় ॥

সবাৰে কপাট যেন শোভে বক্ষস্থল।
হস্তী শুড় যেন বাহু সবে মহাবল ॥
ৰত্ন ময় সবাৰে গাৱৰ অলঙ্কাৰ।
সূৰ্য্যৰ কিৰণ লাগি কৰে চমৎকাৰ ॥

ৰাজাৰ কুমাৰ সব মহা ধনুৰ্দ্ধৰ।
কেশৰকে সৰি যেন শৰীৰ সুন্দৰ ॥
উপস্থিত ভৈলা তেবে দ্ৰোণ উপাধ্যায়।
সকলো শাস্ত্ৰত যিটো বৃহস্পতি প্ৰায় ॥

শ্যামকায় শুক্ল ধুতি উত্তৰি সুবেশ।
ধবল চামৰ যেন শোভে পকা কেশ ॥
সুকোমল আভৰণ শুক্ল যজ্ঞসূত্ৰ।
দক্ষিণ ভাগত আছে অশ্বথামা পুত্ৰ ॥

চন্দন তিলক দীৰ্ঘ শোভে ললাটত ।
উদিত চন্দ্ৰমা হেন সজল মেঘত ॥
ভৃঙ্গাৰৰ জলে গুৰু কৰি আচমন ।
ৰঙ্গ ভূমি দেৱতাক কৰিলা পূজন ॥

শিষ্য সকলক তেবে দিলা আশীৰ্ব্বাদ ।
মঙ্গল কালত ভৈলা বাদ্যৰ সংবাদ ॥
কুমাৰ বৰ্গক তেবে আচাৰ্য্য বদতি ।
ভীষ্ম সমে অস্ত্ৰ শিক্ষা দেখাৱো সম্প্ৰতি ॥

তেবে ৰাজপুত্ৰগণ গুৰুৰ আদেশে ।
পৰাক্ৰম দেখাইবাক উঠিলা নিশেষে ॥
গুৰুক প্ৰণতি কৰি বাহু ডাক্ষি মাৰি ।
ধনুত গুণক দিলা লক্ষিতে নপাৰি ॥

সবে বোলে বিক্ৰম দেখাওঁ মই আগে ।
হুলস্থূল লগাইলা সকলে বীৰভাগে ॥
গুৰুৰ বচনে তেবে কৌৰৱ পাণ্ডৱে ।
জেষ্ঠ অনুক্ৰমে শিক্ষা দেখাইলন্ত সবে ॥

কোন বেলা ধনুৰ্ব্বেদ কৰে আকৰ্ষণ ।
লেখিতে নপাৰি কৰে বাণ বৰিষণ ॥
লঘু হস্ত ৰাজ পুত্ৰ গণ তীক্ষ্ণ শৰে ।
লক্ষিতে নপাৰি কেৱে লক্ষ ভেদ কৰে ॥

বাৰিষাৰ মেঘ যেন বাণ বৰিষয় ।
ধনুৰ টঙ্কাৰ যেন মেঘে গৰজয় ॥
অনন্তৰে কুমাৰ সকল জ্ঞানশীল ।
জুলি বাণ্টি খড়গ চৰ্ম্ম যুদ্ধ আৰম্ভিল ॥

সংগ্ৰামে চতুৰ সবে ৰাজাৰ সন্ততি ।
ৰণ পঙ্ক ধৰণীত কৈল চিত্ৰ গতি ॥
খড়গ তুলি উৰুত মাৰিলা বাৰু চাট ।
সূৰ্য্যৰ দ্বাৰত যেন লাগি গৈল ফাট ॥

কাল সৰ্প যেন শোভে খড়্গ তীক্ষ্ণধাৰ।
আদিত্যৰ কান্তি লাগি কৰে চমৎকাৰ॥
সুবৰ্ণ ৰচিত খড়্গ চৰ্ম্ম চয় জ্বলে।
তাৰাগণ জ্বলে যেন গগণ মণ্ডলে॥

আদিত্য উভ্রান্ত ভ্রাত আপুত বিপুত।
এক আদি গতি সবে কৰে অদভুত॥
সাধুৰ্ব্বাদ কৰে সবে যত সভাসদ।
বিস্ময় লভিয়া সবে ভৈলা নিশবদ॥

বৈশম্পানে বোলে তোৰা ভীম দুৰ্য্যোধন।
গদা শিক্ষা দেখাইতে উঠিলা দুয়োজন॥
গদা তুলি ধাইলা দুৰ্য্যোধন বৃকোদৰ।
সংগ্রামে লৰিলা যেন দুই গিৰিবৰ॥

শুণ্ড তুলি ধাইলা যেন দুই গিৰিৰাজ।
দেখিয়া বিস্ময় ভৈলা সকলে সমাজ॥
দুইৰো হাতে গদাদণ্ড ফুৰে চক্রাকাৰে।
যমকমণ্ডলু গতি কৰয় দুৰ্ব্বাৰে॥

দুইৰো পাৱ ভৰে মহী কৰে টলবল।
দুয়ো ৰাজ পুত্ৰ গদা যুদ্ধত কুশল॥
শিশুকাল হন্তে দুয়ো পৰস্পৰে হিংসে।
দুইহানো বিৰোধ যেন তুৰঙ্গ মহিষে॥

তেবে দুয়ো কোপ মনে ৰাজাৰ কুমাৰ।
দৃঢ় গদা ঘাৱে আৰম্ভিলা সুপ্রহাৰ॥
অলক্ষিতে দুইহানো ভৈলেক গদাপাত।
পৰ্ব্বতত পৰে যেন বজ্ৰৰ আঘাত॥

ছিদ্ৰ পাইলে দুইহাঙ্কো নাছাৰে দুয়োজন।
আত্ৰ সম ভীমসেন মানী দুৰ্য্যোধন॥
সামাজিক জন যত আছে ৰঙ্গস্থানে।
দুই পক্ষ হুয়া সবে দুইহাঙ্কো বখানে॥

কেহো বোলে মহাবীৰ পাণ্ডুৰ নন্দন ।
কেহো বোলে লঘু হস্ত ৰাজা দুৰ্য্যোধন ॥
কতো বীৰ জন গদা যুদ্ধক দেখিয়া ।
চিত্ৰৰ পুতলী যেন ৰহিল চাহিয়া ॥

তেবে ক্ৰুদ্ধ মনে দুয়ো বাৰ মহাদ্ৰুত ।
অন্যে অন্যে ধাইলা যেন দুই ঐৰাৱত ॥
পৰস্পাৰে প্ৰহাৰ কৰিলা দুইকো দুই ।
বজ্ৰপাত ভৈল যেন উঠলিল জুই ॥

দুইহানো আক্ৰোশে পাছে দেখি ভৰদ্বাজে ।
অশ্বথামা পুত্ৰক বুলিলা দ্বিজৰাজে ॥
শীঘ্ৰে অশ্বথামা দুইকো কৰা নিবাৰণ ।
কৌতুকতে কেন দেখা মিলে ঘোৰ ৰণ ॥

পিতৃৰ বচনে অশ্বথামা ধৰ্ম্মশীল ।
মাঝত পশিয়া দ্ৰোণী দুইকো নিবাৰিল ॥
যত ৰাজ পুত্ৰ যত কৌৰৱ পাণ্ডৱে ।
গুৰুৰ পুত্ৰত আছে সবাৰেসে সেৱে ॥

অনন্তৰে গুৰু ভৰদ্বাজৰ তনয় ।
সভাসদ সবাক বুলিলা সে সময় ॥
পুত্ৰতো অধিক মোৰ যিতো প্ৰিয়তম ।
পৃথিবীত ধনুৰ্দ্ধৰ নাহি যাৰ সম ॥

জিতেন্দ্ৰিয় মাঝে যিতো পৰম সংযমী ।
ইন্দ্ৰৰ তনয় যিতো মহাপৰাক্ৰমী ॥
কহিতে নপাৰি চাৰি মুখে যাৰ গুণ ।
হেন শিষ্য প্ৰিয় মোৰ পাণ্ডৱ অৰ্জ্জুন ॥

আমাতে ভকত গুণৱন্ত শুদ্ধ মতি ।
হেন ধনঞ্জয় শিক্ষা দেখাওঁ সম্প্ৰতি ॥
ৰাজ গুৰু বুলি সবে প্ৰশংসিছা মোক ।
হেন বীৰ মহাঅস্ত্ৰ শিক্ষা নিবেদোক ॥

গুৰুক প্ৰণাম কৰি পাছে সব্যসাচী।
অস্ত্ৰশিক্ষা দেখাইতে উঠিলা বস্ত্ৰকাছি ॥
কোদণ্ডক আকৰ্ষিয়া কৰিলা টঙ্কাৰ।
ব্ৰহ্মাণ্ড ফুটিল যেন দেখি চমৎকাৰ ॥

সৰ্ব্ববীৰ শিৰোমণি পাণ্ডুৰ কুমাৰ।
বিপৰীত অস্ত্ৰশিক্ষা দেখাইলা তেখন ॥
শীঘ্ৰ হাতে টোণ হন্তে লয়ে একবাণ।
দশগুণ হোৱে যেন কৰিতে সন্ধান ॥

ধনুৰ্গুণ আজুৰিতে শতগুণ হয়।
সহস্ৰেক গুণ হুয়া গগণে চড়য় ॥
লক্ষ্যত পৰিল হয় লক্ষ গুণ মান।
হেন মতে শীঘ্ৰে চলে অৰ্জ্জুনৰ বাণ ॥

একবাৰে ধনু যেন কৰিছে মণ্ডল।
শীঘ্ৰ বেগে যাই চন্দ্ৰ বিশিখ পটল ॥
সহস্ৰে সহস্ৰে শৰ অৰ্বুতে নিযুতে।
মহানদী বেগে যেন যাই আতি দ্ৰুতে ॥

লোহাৰ বৰাহি এক থাপিছে গগণে।
কুমাৰৰ চাক যেন ফুৰে সৰ্ব্বক্ষণে ॥
তাহাৰ সূত্ৰত অলক্ষিতে পাঞ্চ শৰ।
অলক্ষিতে প্ৰবেশাইলা পাৰ্থ ধনুৰ্দ্ধৰ ॥

বলধৰ শৃঙ্গ এক বক্ৰ দুই ভাগ।
তাৰ ৰন্ধ্ৰে শৰ প্ৰবেশাইলা মহাভাগ ॥
অলক্ষিতে লক্ষ্য কাটি পেলাইলা মহীত।
দেখিয়া সকলে লোক ভৈলেক বিস্মিত ॥

অগ্নিবাণে অগ্নি কৈলা মেঘবাণে পানী।
মেঘক উড়াইলা পাছে বায়ুবাণ হানি ॥
পৰ্ব্বতৰ বাণে বীৰ বায়ু উড়াইলা।
বজ্ৰবাণে সকল পৰ্ব্বত বিদাৰিলা ॥

পিশাচ মোহন ৰৌদ্র অগ্নিৰষ বাণ।
প্ৰয়াগ সংহাৰে বাণ কৰিলা সন্ধান ॥
অৰ্জ্জুনৰ বীৰত্ব দেখিয়া কুৰুগণ।
বিস্ময় সাগৰে তেবে পৰিলা তেখন ॥

সবে বোলে সাধু বীৰ কুন্তীৰ তনয়।
বীৰ চূড়ামণি ধন্য ধন্য ধনঞ্জয় ॥
ভীষ্ম আদি কুৰুবৰ্গ বীৰক বখানে।
বিদুৰে কহয় ধৃতৰাষ্ট্ৰ বিগুমানে ॥

গান্ধাৰীত যত কথা কুন্তী নিবেদয়।
পুত্ৰৰ বিক্ৰমে দেবী আনন্দ হৃদয় ॥
আনন্দে কুন্তীৰ ভৈলা আকুল নয়ন।
পুত্ৰ স্নেহে ধাৰাসাৰে শ্ৰৱে দুয়োস্তন ॥

বৈশম্পানে বোলে কথা শুনা জন্মিজয়।
সভাসদগণে অৰ্জ্জুনক প্ৰশংসয় ॥

---

# নৰোত্তম দ্বিজ।

## ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণ।

### ( কৃষ্ণ জন্ম খণ্ড )

নাৰায়ণে বোলন্ত শুনিয়ো মুনিবৰ।
কৃষ্ণৰ পৰম ভক্ত তুমি শ্ৰেষ্ঠতৰ ॥
গোপী সমে যেন মতে ৰাধা মহাসতী।
কৰিলন্ত গৌৰীব্ৰত শুনিয়ো সম্প্ৰতি ॥

এক মাস সীমা কৰি যমুনা তীৰত।
কৰিলেক গৌৰীব্ৰত শুনিয়ো সাম্প্ৰত ॥
পূৰ্ব্বৰ স্তবক পঢ়ি নিতে গোপীগণে।
দুৰ্গাক কৰন্ত স্তুতি হৰষিত মনে ॥

মাসৰ অন্তত পাছে গোপিনী সকলে।
ব্ৰতক কৰিয়া পাছে সমস্তে বিৰলে ॥
যজুৰ্ব্বেদ শাখা উক্ত স্তবক পঢ়িয়া।
কৰিলা দুৰ্গাক স্তুতি প্ৰণাম কৰিয়া ॥

ইতো স্তুতি কৰি সীতা সতী পাৰ্ব্বতীক।
সন্তে লভিলন্ত তেবে শ্ৰীৰাম স্বামীক ॥
যিতো স্তুতি কৰিছিলা জানকী দুৰ্গাক।
শুনিয়ো নাৰদ আবে কহো মই তাক ॥

জানকী বদতি দুৰ্গা দেবি ভগৱতি।
তোমাৰ চৰণে মই কৰোহোঁ প্ৰণতি ॥
সমস্তৰে শক্তিৰূপা তুমিসে ভৱানি।
জগত আধাৰ তুমি জগত জননি ॥

গুণৰ আশ্ৰয় তুমি প্ৰিয়া শঙ্কৰৰ।
পতি দান কৰিয়োক কৰোহো কাতৰ ॥
সৃষ্টি স্থিতি অন্তকাৰী জগতৰ মাৱ।
দেৱে স্তুতি কৰে যাক পৰম প্ৰভাৱ ॥

নমস্কাৰ কৰো মই চৰণে তোমাৰ।
পতি দান দিয়া মন পূৰিয়ো আমাৰ ॥
পতি মৰ্ম্ম জানা তুমি গৌৰী পতিব্ৰতা।
সুন্দৰ পতিক দিয়া জগতৰ মাতা ॥

সমস্ত মঙ্গল যুক্ত সংসাৰৰ জীৱ।
দৰশন হুয়ো তুমি ধৰি নিজ ৰূপ ॥
নমো সমস্তৰে প্ৰিয়া নমো নাৰায়ণি।
অশুভ নাশিনি নমো নমো সনাতনি ॥

সমস্তৰ ঈশ তুমি সমস্ত জননি।
সহস্ৰ প্ৰণতি কৰো ভুবন মোহিনি ॥
পৰমাত্ম ৰূপ তুমি তুমিসে সাকাৰ।
নমো নমো নিত্য তুমি নমোহো আকাৰ ॥

নমো সৰ্ব্বাৰূপা দেবি মঙ্গল দায়িনি।
নমো ৰিভূতিকা দেবি পাপবিনাশিনি ॥
ক্ষুধা তৃষা ইচ্ছা নতজা দয়া ক্ষমা স্মৃতি।
নিদ্ৰা তন্দ্ৰা শ্ৰদ্ধা তযু কলা ভগৱতি ॥

তুমি মেধা স্বস্তি শান্তি বুদ্ধিজে সম্পত্তি।
ইসব তোমাৰ নাম জানিলো পাৰ্ব্বতি ॥
দৃশ্যাদৃশ্য ৰূপ নমো নমো বুদ্ধি দাতৃ।
নমো নমো মহামায়া জগতৰ ধাতৃ ॥

সৌভাগ্য দায়িনি নমো শুভগা হৰৰ।
কৃষ্ণ পতি হৌক মোৰ দিয়া এহি বৰ ॥
সমাপতি দিনা যিতো কৰে এহি স্তুতি।
নমস্কাৰ কৰে আৰো কৰিয়া ভকতি ॥

অৰশ্যে জানিবা পতি কৃষ্ণক লভয়।
পতি সমে ইহলোকে সুখক ভুঞ্জয়॥
পুত্ৰৱন্ত হুয়া পাছে যাই স্বৰ্গলোক।
বিমানে চৰিয়া যাই নাহি দুঃখ শোক॥

এহি স্তব পঢ়ি ৰাধা দুৰ্গাক তুষিলা।
অনেক সম্ভাৰ দিয়া তাহাকে পূজিলা॥
ৰাধাৰ তুতিত দুৰ্গা বৰ তুষ্ট ভৈলা।
ৰাধাৰ আগত দেৱী আসি দৃষ্ট ভৈলা॥

বিনয়ে বোলন্ত পাছে পাৰ্ব্বতী ৰাধাক।
শুনিয়োৗ ৰাধিকা দেৱি আবে মোৰ বাক॥
মাধৱৰ আতি প্ৰিয়া তুমি ব্ৰজেশ্বৰী।
জগত জননী তুমি জগত ঈশ্বৰী॥

পূৰ্ব্বে বিধাতায়ে ষাঠি সহস্ৰ বৎসৰ।
তপ আচৰিলা আতি মহা দৃঢ়তৰ॥
তবু নেদেখিল বিধি তোমাৰ চৰণ।
তুমি মোক ব্ৰত ধৰি চিন্তা কি কাৰণ॥

কি কাৰণে ৰাধা মোক কৰা নমস্কাৰ।
অচিন্ত্য অব্যয় তুমি মহিমা অপাৰ॥
নামত সুযজ্ঞ ৰাজা মনুৰ বংশত।
গোলোকত গৈলা যিতো তোৰ প্ৰসাদত॥

হেন বৰদাতৃ তুমি বাঞ্চিত পূৰণী।
কেনে মোক নমস্কাৰ কৰাহা আপুনি।
তযু মন্ত্ৰ কৱচৰ প্ৰভাৱে ভাৰ্গৱে।
নিঃক্ষত্ৰী কৰিলা ভূমি তাহাৰ প্ৰভাবে॥

তযু মন্ত্ৰ লভি আৰো শঙ্কৰৰ হন্তে।
মন্ত্ৰ সিদ্ধি কৰি পাছে মহা পুস্কৰতে॥
কাৰ্ত্তবীৰ্য্য অৰ্জ্জুনৰ ছেদিলা শিৰক।
প্ৰণতি কৰাহা তুমি মোহোক কিসক॥

তযু হস্তে দণ্ড ভগ্ন ভৈল গণেশৰ ।
নমিবাক যোগ্য মই নোহো তোমাসাৰ ॥
কল্পে কল্পে তযু পতি কৃষ্ণে সে নিশ্চয় ।
একোকালে মাতৃ তযু ব্ৰত নাহিকয় ॥

তবু লোক শিক্ষা অৰ্থে কৰি আছে ব্ৰত ।
মোক চিন্তি আছা ৰাধা তুমি অবিৰত ॥
পৌষ মাস ফাগুন ত্ৰিতয় মাস যাইবে ।
তযু মনোৰম ৰাধা চৈত্ৰ মাসে হৈবে ॥

যাহাৰ নিৰ্ম্মল ৰাত্ৰি সুখ বিধায়ক ।
শীত উষ্ণ নাহি যাত লভে আনন্দক ॥
সিতো ৰাত্ৰি বৃন্দাবন ৰাস মণ্ডলত ।
হৰি সমে ক্ৰীড়া হৈব তযু মনোগত ॥

কল্পে কল্পে লেখি আছে বিধাতা ক্ৰীড়াক ।
কেহো জনে নপাৰয় তাক বাৰিবাক ॥
হৰি সমে সিতো ক্ৰীড়া হৈবেক তোমাৰ ।
অবশ্যে লভিবা তুমি আনন্দ অপাৰ ॥

যেহেন শুভগা মই ভাৰ্য্যা শঙ্কৰৰ ।
তুমিয়ো হৈবাহা তেন শুভগা কৃষ্ণৰ ॥
ক্ষীৰত হোৱয় যেন সুস্বাদ মধুৰ ।
দাহগুণ থাকে হেন অগ্নিত প্ৰচুৰ ॥

পৃথিবীত গন্ধ গুণ থাকে যেন মত ।
শীত গুণ থাকে যেন জানিবা জলত ॥
সেহি মতে মাধৱত তযু থিত হৈব ।
মনুষ্যত তযু মত সুভগা নহৈব ॥

গন্ধৰ্ব্বী ৰাক্ষসী আৰু দেৱত সুন্দৰী ।
নহৈবে সুভগা কেহো তযু সমসৰি ॥
ব্ৰহ্মাদিয়ো নমে যাৰ চৰণ পদ্মক ।
কি মতে বৰ্ণাইবো ৰাধা তোমাৰ গুণক ॥

সাক্ষাতে ঈশ্বৰ হৈব তোমাৰ অধীন।
আমি তুমি একে আত্মা নহিকয় ভিন॥
ব্ৰহ্মাদিয়ো আৰাধয় চৰণ যাহাৰ।
তেহে পতি হুয়া বশ্য হৈবন্ত তোমাৰ॥

ধ্যান কৰি ঋষি সবে নপাৰে যাহাক।
বশ কৰিবাহা ৰাধা সক্ষাতে তাহাক॥
নাৰীৰ মধ্যত তুমি হৈবা ভাগ্যৱতী।
কৃষ্ণে সমে হৈবে ৰাধা তোমাৰ বসতি॥

এহি মতে কৃষ্ণে সমে তুমি ক্ৰীড়া কৰি।
গোলোকক যাইবা তুয়ো জানিবা সুন্দৰী॥
এহি বুলি মহামায়া ভৈলা অন্তৰ্হিত।
দুৰ্গা বৰ পায়া ৰাধা ভৈলা হৰষিত॥

গোপী সব সমে ৰধা মাসৰ অন্তত।
কৰিলন্ত সমাপতি সিতো গৌৰীব্ৰত॥
দুৰ্গাক ৰাধিকা স্তুতি প্ৰণতি কৰিয়া
বিপ্ৰক দক্ষিণা দিলা ৰাধা উৎসৰ্গিয়া॥

শতেক সুবৰ্ণ দিলা গৰু সহস্ৰেক।
দেৱাঙ্গ বসন দিয়া দেহো ভূষিলেক॥
পুষ্পে চোৱা চন্দনক গাৱে গাৱে দিলা।
ৰত্ন অলঙ্কাৰ যত ব্ৰাহ্মনেসে নিলা॥

সহস্ৰ ব্ৰাহ্মণ পাছে ভুঞ্জাইলা ৰাধায়।
ঘৰক যাইবাক লাগি কৰিলা বিদায়॥
অনেক বাদ্যক বাই মঙ্গল কৰিলা।
যত দেশান্তৰ ভিক্ষু সবাকো তুষিলা॥

সেই সময়ত পাছে ভবানী পাৰ্ব্বতী।
দশোদিশ প্ৰকাশিয়া শৰীৰৰ জ্যোতি॥
ৰাধা বিদ্যমানে দৃষ্ট ভৈলা গগণত।
ব্ৰহ্মতেজ প্ৰকাশিয়া আছন্ত ৰথত॥

অসংখ্যাত যোগিনীয়ে আছন্ত আবৰি।
দশভুজা মহামযা জগত ঈশ্বৰী ॥
ৰথ হন্তে নামি পাছে সাবতি ধৰিয়া।
হৃদয়ত বান্ধি প্রেম আনন্দ কৰিয়া ॥

আশ্বাসিয়া আশীর্ব্বাদ কৰিলা ৰাধাক।
হোক সিদ্ধি ৰাধা তোৰ বাঞ্ছিত যাহাক ॥
গোপিনী সমস্তে দেবী দুর্গাক দেখিয়া।
হাত যোৰে থাকিলন্ত প্রণাম কৰিয়া ॥

তাসম্বাক বৰ দিয়া দেবী মহামায়া।
ৰাধাক বোলন্ত পাছে শঙ্কৰৰ জায়া ॥
পার্ব্বতী বদতি ৰাধা শুনা ব্রজেশ্বৰী :
প্রাণতো অধিক তুমি কৃষ্ণৰ সুন্দৰী ॥

মায়াৰূপে ধৰি আছা মানবী ৰূপক।
লোক শিক্ষা অর্থে তুমি কৰিছা ব্রতক ॥
গোবিন্দৰ অর্দ্ধ অংশ তোমাৰ শৰীৰ।
প্রকাশত সম তুমি সদায়ে হৰিৰ ॥

তোমাৰেসে কথা যত গোপিনী সকলে।
মুহিক মানুষী তুমি কৰি আছা ছলে ॥
কৃষ্ণৰ আজ্ঞায়ে তুমি গোপীৰূপ ধৰি।
পৃথিবীক আসি আছা সাক্ষাতে ঈশ্বৰী ॥

অযোনি সম্ভব তুমি নিত্য সনাতনী।
জনম মৰণ নাই দেৱৰ জননী ॥
শ্রীদাম শাপত তযু মনুষ্য শৰীৰ।
ভাৰ সংহৰিবে তুমি ভাৰত ভূমিৰ ॥

কলাৱতী জীউ হুয়া ভৈলা অৱতাৰ।
লীলায়ে ধৰিছা তুমি মনুষ্য আকাৰ ॥
কলাৱতী পুণ্য কর্ম্ম পূর্ব্বে কৰিছন্ত।
সিতো পুণ্য ফলে জীৱ তোমাক পাইলন্ত ॥

মনুষ্য নহিকে তুমি জানিলো নিশ্চয়।
তোমাৰ অসাধ্য ৰাধা কিছু নাহিকয়॥
তুমিসে হৰিৰ প্ৰাণ হৰিয়ো তোমাৰ।
এক বেদে নকহয় ভেদক তোমাৰ॥

পূৰ্ব্বত আছিলা তুমি গোলোক স্থানত।
যশোদাৰ সুত কৃষ্ণ তথা আছিলন্ত॥
তাক কি নাজানিয়া আছা মহাসতী।
কেনে ধৰি আছা তুমি মনুষ্য আকৃতি॥

আৰু যিতো বৃন্দাবন আতি মনোহৰ।
শ্ৰীৰাস মণ্ডল তাত দেখিতে সুন্দৰ॥
তাহাক জানাহা তযু কিবা অবিদিত।
জানা ভুমি আৰু ৰতি চৌৰৰ চৰিত॥

যিতো ৰতি চৌৰে হৰে যুৱতীৰ মন।
কাম শাস্ত্ৰ সমস্তক জানে সৰ্ব্বক্ষণ॥
নন্দ সুত কৃষ্ণ পাছে সেহি সময়ত।
আসি নত থাকে শীঘ্ৰে হৰিষ মনত॥

পুৰ্ণ চন্দ্ৰ সম যাৰ শৰীৰ শোভয়।
ৰত্নৰ মুকুটে শোভা কৰিয়া আছয়॥
ডাৰিম্বৰ বীজ দন্ত পান্তি সুশোভন।
মুৰুলী হস্তত হৰে যুবতীৰ মন॥

কোটি কন্দৰ্পৰ সম প্ৰকাশে শৰীৰ।
গুণাতীত কৃষ্ণ যিতো পূজ্য ব্ৰহ্মাদিৰ॥
শ্ৰুতি নিৰোপিত যিতো ৰূপ ব্ৰহ্মময়।
চৈধ্যয় ভুবন আৰ উদৰে থাকয়॥

অব্যক্ত অক্ষৰ জ্যোতি ৰূপ সনাতন।
মাঙ্গল্য মঙ্গলাধাম কমল লোচন॥
পীত বস্ত্ৰ দুই খানি শোভিছে গাৱত।
হেন কৃষ্ণ দৃষ্ট ভৈল ৰাধাৰ আগত॥

কৃষ্ণক দেখিয়া ৰাধা ভৈলা বিমূৰ্চ্ছিত।
সম্প্ৰতি নমিলা কাম বাণে প্ৰপীড়িত॥
অল্প হাস্য কৰি মুখ পদ্মক কৃষ্ণৰ।
নিৰীক্ষণ কৰিলেক চক্ষু কৰি টেৰ॥

লজ্জা পায়া মুখক ঢাকিলা ৰাধা সতী।
প্ৰসন্ন বদনে চাহিলন্ত ৰঘুপতি॥
কৃষ্ণ নিগদতি শুনা ৰাধা প্ৰাণেশ্বৰী।
যিবা বৰ লাগে লয়ো দেওঁ শীঘ্ৰকৰি॥

সমস্ত গোপিনী সবে তোৰা লয়ো বৰ।
অৱশ্যে দিবোহো মই বঞ্ছিত মনৰ॥
কৃষ্ণৰ বচন শুনি ৰাধা ব্ৰজেশ্বৰী।
বিনয়ে বোলন্ত পাছে কৃষ্ণক সাদৰি॥

ৰাধিকা বদতি প্ৰভু দেৱতাৰ দেৱ।
তযু চৰণত কৰো লক্ষ কোটি সেৱ॥
তুৱা পাদ পঙ্কজত সদা মোৰ মন।
হৌক থিত জগন্নাথ পশিলোঁ শৰণ॥

ভকতি থাকোক মোৰ তযু চৰণত।
মোৰ প্ৰিয় স্বামী হৈবা প্ৰত্যেক জন্মত॥
বিৰকতি নহৌক মোৰ তযু চৰণত।
স্বপ্নে জ্ঞানে ৰাত্ৰি দিনে একোৱে কালত॥

সমস্ত গোপিনী আৰু লৈলা এহি বৰ।
তাত পাছে যেন ভৈলা শুনিয়ো উত্তৰ॥
তাসম্বাৰ বাক্য শুনি কৃষ্ণ গোপেশ্বৰ।
পৰম সন্তুষ্ট ভৈলা হৰিষ মনৰ॥

ৰাধাক দিলন্ত পাছে ক্ৰীড়া পদ্ম এক।
মালতী পুষ্পৰ মালা হৰিষে দিলেক॥
গোপী সমস্তক পাছে দিলা মালাচয়।
তাৰাক সম্বোধি পাছে বচন বোলয়॥

কৃষ্ণ নিগদতি শুনা ৰাধা ব্ৰজেশ্বৰী।
শুনিয়োক সবে আৰু গোপৰ সুন্দৰী ॥
তিনি মাস হৈলে হৈব ৰম্য চৈত্ৰ মাস।
নিৰ্ম্মল হৈবেক তাতে চন্দ্ৰৰ প্ৰকাশ ॥

মনোহৰ বৃন্দাবন ৰাস মণ্ডলত।
তোৰা সমে মোৰ ক্ৰীড়া হৈবে আচৰিত ॥
তোৰা মোৰ প্ৰাণ মই প্ৰাণ তোমাসাৰ।
নাহি একো কালে ভিন্ন তোৰাৰ আমাৰ ॥

গোলকত ক্ৰীড়া আমি কৰিয়া আছিলোঁ।
কাৰণ নিমিত্তে আমি বৃন্দাবনে আইলোঁ ॥
ইদানীক ব্ৰত কৰি আছা মহাসতী।
গোলকৰ ক্ৰীড়া কি কাৰণে ভৈলা ক্ষতি ॥

তাহাৰ ৰক্ষাৰ হেতু কৰি আছা ব্ৰত।
আপোনাৰ মনবাঞ্ছা নাহিকে সাম্প্ৰত ॥
মোৰ গোলোকৰ পৰা আসিছা ব্ৰজক।
পুনু মই সমে তোৰা যাইবা গোলোকক ॥

নিশ্চয় কহিলোঁ মই এৰিয়ো সময়।
আপোন গৃহক চলি যায়ো গোপীচয় ॥
এহি বুলি কৃষ্ণে পাছে যমুনা তীৰত।
পৰম আনন্দ আতি কৰিয়া মনত ॥

কিছুকাল ৰহিলন্ত জগত ঈশ্বৰ।
লগে লৈয়া গোপ শিশুগণ নিৰন্তৰ ॥
কৃষ্ণক এৰিয়া যাইবে গোপী নপাৰয়।
মুখ পদ্ম নিৰেখি নিমিষ নমাৰয় ॥

কৃষ্ণ পদ্ম মুখ গোপী ভ্ৰমৰৰ প্ৰাই।
কদাচিতো কৃষ্ণ সঙ্গ ছাৰিয়া নাযাই ॥
তথাপি কৃষ্ণক বাক্য পুষ্প মধু সৰি।
ভ্ৰমৰ যেহেন গোপী পীয়ে পেটভৰি ॥

তথাপিতো ভুঞ্জিবাক নভৈলা তৃপিতি।
জয় কৃষ্ণ বুলি গৃহে কৰিলন্ত গতি ॥
শিশু সমে গৈলা কৃষ্ণ আপোনাৰ পুৰ।
মহা সুখ মনে পাইলা আনন্দ প্ৰচুৰ ॥

কৃষ্ণৰ চৰিত্ৰ পুণ্য মাঙ্গল্য মঙ্গল।
গোপী সকলৰ বস্ত্ৰ হৰণ সকল ॥
কহিলোঁ নাৰদ মুনি যেন গৌৰীব্ৰত।
যি পুচিলা কৈলোঁ মই তোমাত সাম্প্ৰত ॥

শুনা সৰ্ব্বজন ইতো পুৰাণৰ পদ।
শ্ৰৱণ মাত্ৰকে আক খণ্ডয় আপদ ॥
অমৃততোধিক ইতো হৰিৰ চৰিত্ৰ।
যাহাকে শুনিলে হয় পাপাও পবিত্ৰ ॥

কলিৰ কালত জানা সমস্তে লোকক।
মুহিলা কৃষ্ণৰ মায়া তেজিলা ধৰ্ম্মক ॥
অনন্ত শৰণ লৱা ভজা নাৰায়ণ।
হৰি সুপ্ৰসন্নে পাপ হৈবেক নাশন ॥

বিষয়ত আশকতি নহৈবাহা বৰ।
হৰিক ভজিয়ো সঙ্গ লৈয়ো বৈষ্ণৱৰ ॥
কহে বিপ্ৰ নৰোত্তমে দীন হীন মতি।
বোলা শিৱ ৰাম তেবে তৰিবা দুৰ্গতি ॥

---

। ।:

# ৰতিকান্ত দ্বিজ।

---

ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণ।

( কৃষ্ণ জন্ম খণ্ড )

নাৰায়ণে কহে শুনিয়ো নাৰদ,
পাছে যেন কথা ভৈলা।
নন্দ গোপৰাজে সুৰভানু ঘৰে,
শীঘ্ৰ বেগে চলি গৈলা॥
সুৰভানু আগে নন্দ গোপৰাজে,
কন্যাৰ কথা কহিলা।
আতিৰঙ্গ মনে সুৰভানু পাছে,
কন্যাক যাই মাগিলা॥
ভনন্দন নৃপে বৃকভানু বৰে,
আৰম্ভিলা কন্যা দিতে।
অনেক সম্ভাৰ আনিয়া ৰাজাই,
থৈলেক আনন্দ চিত্তে॥
বিবাহ দিলন্ত পৰম আনন্দে,
বাদ্য ভাণ্ড বায়া ৰঙ্গে।
হয় হস্তী ৰথ ধন ৰত্ন যত,
দিলন্ত জীউৰ সঙ্গে॥
বৃকভানু সেহি কন্যাক লভিয়া,
আনন্দ পাইলা অপাৰ।
কলাৱতী সমে নিৰ্য্যানক যাই,
ক্ৰীড়িবে কৰিলা সাৰ।

সেহি ৰম্য বনে পুষ্প জাতিস্কাৰ,
কোকিলে কৰয় নাদ।
মলয় পবন গাৱত লাগয়,
হৱয় আতি উন্মাদ ॥
কতোদিন তাতে ৰমি বৃকভানু,
নবুজিলা ৰাত্রি দিনে।
একক্ষণ মান ব্যাকুল হৱয়,
সিতো কলাৱতী বিনে ॥
বিৰহৰ দৰে নিমিষ নমাৰে,
স্বামীক চাহি থাকন্তি।
লক্ষ্মী দেবী আসি যেহেন কৃষ্ণক,
প্রণামি কাষে জ্বলন্তি ॥
দিনে দিনে দুইৰো প্রেম বাঢ়ি গৈল,
যেহেন ৰতি কামৰ।
পুণ্যবলে ৰাধা জীউক লভিলা,
বৃকভানু গোপবৰ ॥
দৈবদোষে সতী ৰাধিকা গোসানী,
শ্রীদামৰ সাপ পাইলা ;
কৃষ্ণৰ আজ্ঞায়ে গোলকক এৰি,
গোকুলে আসি জন্মিলা ॥
যাহাক দেখন্তে জীৱন্তে মুকুত,
ভৈল পিতৃ মাতৃ দুই।
তাৰ ইতিহাস কহিলোঁ প্রস্তুত,
শুনিলে আনন্দ হই ॥
বৃকভানু গৃহ সবাকো ৰঞ্জিলা,
অনেক যক্ষ সহিতে।
বিশ্বকর্ম্মা যাই শুভ থান পাই,
ৰহিলা গৃহ নির্ম্মিতে ॥

নন্দৰ আশ্ৰম কৰিবে লাগিয়া,
সম্ভাৰ সব অনাইলা।
প্ৰস্থে দীৰ্ঘে দুই দণ্ড সীমা কৰি,
আশ্ৰমক আৰম্ভিলা॥
মহ বুদ্ধিমন্ত কৰ্ম্মত কুশল,
বিশ্বকৰ্ম্মা মহাশয়।
সুন্দৰ আশ্ৰম তথাতে নিৰ্ম্মিলা,
সবাত কৰি জ্বলয়॥
চাৰি দিশে চাৰি খাই নিৰ্ম্মিলেক,
বহুল আতি শোভিত।
শত্ৰুৰে কণ্টকে লঙ্ঘিবে নপাৰে,
দেখি লাগে ভয় ভীত॥
সেহি আশ্ৰমত পুষ্প সকলৰ,
উদ্যান কৰিবে লৈলা।
মল্লিকা মালতী জাতি চাৰু চম্পা,
থানে থানে ৰুই থৈলা॥
সেহি পুষ্পচয় গন্ধবাহ বায়ু,
চলে তাতে ঘনে ঘনে।
গন্ধে আমোদিত ভৈলন্ত আশ্ৰম,
যোগীকো মোহে মদনে॥
তাম্বুল পনস আম্ৰ যে দাড়িম্ব,
নাগৰঙ্গ নাৰিকেল।
জামীৰ আমৰা খেজুৰী কদলী,
কেতকী জাম শ্ৰীফল॥
এহি বৃক্ষ চয়ে ফলপুষ্প সমে,
সদা আছে শোভা কৰি।
কোকিল সবেও কুহু কুহু কৰে,
বৃক্ষৰ উপৰে পৰি॥

ক্রীড়া কৰিবাৰ যোগ্য ইতো স্থান,
ভ্রমৰায়ে কৰে নাদ।
যোগী সকলেও যাহাতে প্রবেশি,
হৱয় আতি উন্মাদ॥

হেনয় আশ্রম কৰিয়া নির্ম্মান,
গড়ৰ বাহিৰে চলে॥
উত্তম আলিক নির্ম্মিবে লাগিলা,
সেহিসে যক্ষ সকলে।

মণি বিৰচিত স্তম্ভ আছে তাত,
দেখিতে আতি বিচিত্র॥
জলমল কৰে নাহি পটন্তৰে,
দেখি আতি বিপৰীত॥

শক্রুৰ দুর্গম মিত্রৰ সুগম,
নির্ম্মিল কৃষ্ণ ইচ্ছাই।
হৰি কৃপা বিনে উহাক নির্ম্মিবে,
কাহাৰো শকতি নাই॥

খাইৰ পাৰত নির্ম্মিলন্ত গড়,
মণিয়ে খচিত তাত।
উচ্চৃত সতেক ধনুৰ প্রমাণ,
বহলে পঞ্চিশ হাত॥

সিন্দুৰ আকাৰ শোভাকৰে সিতো,
দেখিতে আতি সুন্দৰ।
বিশ্বকর্ম্মে যাক নির্ম্মিয়া থৈলন্ত,
কৰিয়া আতি সাদৰ॥

বাহিৰে দোগোটা ভিতৰত সাত,
নির্ম্মিলা গড় শোভন।
এহি গড় চয়ে নন্দৰ ঘৰক,
নিৰুধি থৈলা যতনে॥

চাৰি ধিক কুৰি চৌচালীয়া ঘৰ,
নিৰ্ম্মিলা গোপ ৰাজাৰ।
পদ্মৰাগ মহা— মণি চয় সিতো,
শোভে যেন দিবাকৰ ॥
গন্ধসাৰ ময় স্তম্ভ সব দিয়া,
নিৰ্ম্মিলন্ত মঞ্চ চয়।
মণিময় কৰি জখলা নিৰ্ম্মিলা,
দেখিতে আতি বিস্ময় ॥
হৰিত বৰণ মণিময় কুম্ভ,
বিচিত্ৰ কৰি নিৰ্ম্মিলা।
মণিময় কৰি কপাট ৰচিত,
দুৱাৰে দুৱাৰে থৈলা ॥
ৰত্নৰ কলস নিৰ্ম্মিয়া ঘৰৰ,
উপৰে তুলিয়া দিলা।
অমৰাৱতী জিনি নগৰ শোভয়,
বিচিত্ৰ কৰি সাজিলা ॥
এহি মতে নন্দ নগৰ নিৰ্ম্মিয়া,
বিশ্বকৰ্ম্মা চলি যাই।
নগৰ বাহিৰে নৱ ৰাজ আলি,
নিৰ্ম্মিলন্ত ঠাই ঠাই ॥
ৰত্ন ময় আতি জলে আলিচয়,
দেখিতে আতি উত্তম।
আলিৰ দুই কাষে জলৰ নিজৰা,
গৃহ সব মনোৰম ॥
সেহি গৃহ মাজে হীৰা মৰকত,
আনো যত মনোহৰ।
নিৰ্ম্মিয়া থৈলন্ত যজ্ঞগণ সমে,
সিতো চিত্ৰকৰ্ম্মকৰ ॥

পাছে বিশ্বকৰ্ম্মে যক্ষগণ সমে,
চলিলন্ত বৃন্দাবন।
সেহি বন মাঝে ৰাস মণ্ডলক,
নিৰ্ম্মিবে কৰিলা মন॥
পথালি দীঘলে যোজন প্ৰমাণ,
ক্ৰীড়িবে মণ্ডপ স্থান।
নৱ কৌটি মণি— ময় নিৰ্ম্মিলন্ত,
দেখিতে আতি সুঠান॥
শৃঙ্গাৰৰ যোগ্য মণিময় খাটে,
বিচিত্ৰ শয্যা ভূষণ।
নানা জাতি পুষ্প গন্ধ সব লৈয়া,
বায়ুয়ে কৰে গমন॥
গন্ধে আমোদিত ঘৰ ভৈলা তাত,
আৰো ৰত্ন দীপচয়।
বিচিত্ৰ যে চিত্ৰ ৰত্ন কুণ্ড সমে,
গৃহচয় প্ৰকাশয়॥
নানা সৰোবৰ কাষে বহু বিধ,
পুষ্প্যৰ নিৰ্ম্মি উদ্যান।
এহি মতে ৰাস মণ্ডপ নিৰ্ম্মিয়া
গৈলা পাছে আন স্থান॥
ৰাধা মাধৱৰ ক্ৰীড়া যোগ্য স্থান,
ৰমণীয় সুলক্ষণ।
শত দশ বন নিৰ্ম্মিয়া তথাত,
গৈলা পাছে মধুবন॥
সেহি মধুবনে সমীপে নিৰ্য্যান,
মনোহৰ শুদ্ধ বনে।
বটৰ মূলত আছে সৰোবৰ,
পশ্চিম তীৰ শোভনে॥

চম্পক কেটকী বনৰ মাঝত,
ক্ৰীড়িবে ৰাধা কৃষ্ণৰ।
ৰত্নৰ মণ্ডপ নিৰ্ম্মিয়া থৈলন্ত,
জ্বলে যেন দিবাকৰ॥
গৃহৰ চৌপাশে মণিময় বেঢ়ি
ৰত্নে বিৰচিলা তাত।
যেহেন সূৰ্য্যক মণ্ডলে শোভয়,
তেমত দেখি সাক্ষাত॥
সুবৰ্ণৰ খাট ৰত্নময় তাত,
প্ৰকাশয় অঙ্গ তুলি।
আতি মনোময় অধিকে জ্বলয়,
ৰত্নৰ কাম সমূলি॥
নৱ খান দ্বাৰ গৃহত দিলেক,
জ্বলয় কপাট চয়।
ৰত্নৰময় চিত্ৰ তিনি কোটি ঘটে,
আবৰি বাৰে জ্বলয়॥
জ্বলে নৱ গোটা খটখটি আতি,
মণিময় সুশোভিত।
গৃহৰ উপৰে ৰত্ন সাৰময়,
ঘটেও আছে জ্বলিত॥
পতাকা তোৰণে শ্বেত চামৰেও,
জ্বলে আতি সুশোভন।
ক্ৰীড়া মণ্ডপৰ আগত জ্বলয়,
অমূল্য ৰত্ন দৰ্পন॥
দীৰ্ঘে শত ধনু প্ৰস্থে শত হস্ত,
ৰাস গৃহ মনোময়।
বৰ্ত্তুল আকাৰ দেখিতে সুঠান,
বহ্নি শিখা যেন নয়॥

ৰত্ন শয্যা চয় অভ্যন্তৰে শোভে,
মধ্যত ৰাস গৃহৰ।
অগ্নি শৌচ বস্ত্র চয় জ্বলে তাত,
মণি সমে মনোহৰ॥
পাৰিজাত পুষ্প স্ময়াৰ গেণ্ডুক,
শয্যত আছে শোভিত।
চন্দন অগৰু কস্তুৰীৰ গন্ধে,
গৃহ ভৈলা আমোদিত॥
মালতী চম্পক পুষ্পে শোভাকৰে,
কৰ্পূৰ সমে তাহাত।
সুগন্ধি তাম্বুল জ্বলে ৰত্নময়,
শুদ্ধ পাত্র সফুৰাত॥
ৰত্নময় ঘট সব আছে তাত,
চৌপাশে জ্বলে শয্যাৰ।
ৰতনে নিৰ্ম্মিত পাদুকা অগণে,
কাষত জ্বলে তাহাৰ॥
চিত্র যে বিচিত্র ৰত্ন সিংহাসন,
জ্বলি আছে সুশোভিভ।
তাহাৰ উপৰে চন্দ্র ভাৰ্য্যাচয়,
আছয় জল সিঞ্চিত॥
সুগন্ধি শীতল জলচয় আৰো,
ভোগ্য দ্রব্য অসংখ্যাত।
ঠাই ঠাই তাত নিৰ্ম্মিয়া থৈলন্ত,
অমৃত সম সাক্ষাত॥
এহি মতে ৰতি ৰম্যগৃহ নিৰ্ম্মি,
কৰিলা পুনু গমন।
যাৰ গৃহ সব তাৰ নাম চয়,
লিখিলা ইতো শোভন॥

পাছে বিশ্বকৰ্ম্মে আনন্দ কৰিয়া,
শিষ্যগণ সমন্বিত।
শয্যাত কৃষ্ণক এৰিয়া স্বকীয়,
থানক গৈলা ত্বৰিত ॥
গৃহৰ আশ্চৰ্য্য মহিমা শুনিয়া,
ব্ৰহ্মা সুত মহাশয়।
সংশয় নকৰা হৱয় সাক্ষাত,
মহন্তে যাক বাঞ্ছয় ॥
ইহাত আশ্চৰ্য্য নমানিবা তুমি,
নগৰ ইতো সুঠান।
হৰিৰ ইচ্ছায়ে ভূমিত ভৈলন্ত,
নমানিবা আত আন ॥
এহি সব হৰি চৰিত্ৰ মঙ্গল,
কহিলোঁ তোমাত মই।
সুখ সম্পদক বঢ়াৱে ইহাক,
শুনিলে পাপ হৰই ॥
পুনৰ্ব্বাৰ তুমি কিবা শুনিবাক,
ইচ্ছা কৰা মহাশয়।
সবাকে তোমাৰ অগত কহিবোঁ,
পুচাহা ইতো নিশ্চয় ॥
শুনা সভাসদ ব্ৰহ্মবৈৱৰ্ত্তৰ,
পদ ইতো অনুপম।
যাহাক শুনিলে পবিত্ৰ হৱয়,
ইন্দ্ৰিয়ক কৰে দম ॥
হেন জানি নৰ আন পৰিহৰ,
ভকতি কৰিয়ো জানি।
বোলা ৰাম ৰাম পূৰ্ণ হৈবে কাম,
সমজ্যাৰ যত প্ৰাণী ॥

# ৰঘুনাথ দাস।

## আত্ম পৰিচয়।

সতানন্দ নামে সুদামৰ বংশ জাত।
শঙ্কৰক গুৰু মানি সিবেলা সাক্ষাত॥
শঙ্কৰে বোলয় সতানন্দ শুনা আৰ।
চাৰি পুত্ৰ আছে হেন শুনিছোঁ তোমাৰ॥

কিবা নাম তাসম্বাৰ কহিয়ো আমাত।
কহিলন্ত সতানন্দে কৰি প্ৰণিপাত॥
জয় কৃষ্ণ মহাকৃষ্ণ ত্ৰাহিকৃষ্ণ নাম।
কনিষ্ঠৰ শ্ৰীকৃষ্ণ নাম অনুপাম॥

শ্ৰীমন্ত শঙ্কৰে মাধৱক লাগি চাই।
বুলিলন্ত এহে বৰ ভকত মধাই॥
জয় কৃষ্ণ হেন নাম হুয়াছে যাহাৰ।
বিষয় সুখত স্পৃহা নাহিকয় তাৰ॥

ভকতি পথক লাগি যোগ্য হুয়াছয়।
শুনিলে সিপথ ধৰিবেক মহাশয়॥
শ্ৰীকৃষ্ণত তিনি গুণ যদ্যপি আছয়।
ৰজোগুণাধিক তাত জানিবা নিশ্চয়॥

শ্ৰী যশস্যাত চিত্ৰ হৈবেক সদাই।
দুহাঙ্কো লভিব মহন্তৰ ভাগ পাই॥
শুনা বৰ ভক্ত মোৰ উপদেশ ধৰা।
গৃহে যাই পুত্ৰ চাৰি হৰি ভক্ত কৰা॥

উপদেশ দিতে শক্তি হৈবেক তোমাৰ।
যেহি যোগ্য তাহাত দিবাহা ইতো ভাৰ ॥
গুৰুৰ আদেশ পাই গৈলা নিজ ঘৰ।
হৰিক সম্মুখ কৰাইলন্ত নিৰন্তৰ ॥

উপদেশ দিতে জেষ্ঠ পুত্ৰ থাপিলন্ত।
তান পুত্ৰ পূৰ্ণানন্দ নামত ভৈলন্ত ॥
তান পুত্ৰ ভৈল ৰূপ নাৰায়ণ নাম।
তান পুত্ৰ হৰি কৃষ্ণ গুণে অনুপম ॥

কামৰূপে পঢ়ি শাস্ত্ৰ বিদগ্ধ ভৈলন্ত।
নবদ্বীপে যাই ন্যায় শাস্ত্ৰ পঢ়িলন্ত ॥
সন্দিকৈৰ ফুকনে আসন্তে তাঙ্ক পাই।
সত্ৰ কৰি দিলা আনি দৈয়াঙ্গত ঠাই ॥

তান পুত্ৰ কৃষ্ণনাথ কৃষ্ণ পাৰে ধৰি।
তেহো ভৈলা মহন্ত পণ্ডিত পিতৃ সৰি ॥
তান পুত্ৰ ৰঘুনাথ ৰাম পাৰে গতি।
ৰচিলা পয়াৰ ইতো যেন লৈল মতি ॥

নজানোহো কৰ্ত্তা ক্ৰিয়া কাৰক সমাস।
যি কিছু বুঝিলোঁ তাকে কৰিলোঁ প্ৰকাশ ॥

---

শত্ৰুঞ্জয় বা বালিৰ দিগ্বিজয়।

দিবিধে বোলয় শুনা পাত্ৰ মন্ত্ৰীবৰ।
আমাসাৰ মিলি আছে দুৰ্গতি ডাঙ্গৰ ॥
নীলৰ দূতৰে যেন প্ৰভাৱ দেখিছোঁ।
বলে নপাৰিবো তাক কাৰ্য্যতে লক্ষিছোঁ ॥

জানো শতবলী নীল কপিবৰ ঠাই।
ৰাজ্যৰ নিমিত্তে আছে শৰণ সোমাই॥
অনেক বিপত্তি আমি কৰি আছোঁ তাক।
হাঁসিবে বানৰী সবে বুলি নিন্দাবাক॥

কৰিলেক দূতে মোক লাঞ্ছন যতেক।
যত অপমান পাইলোঁ কহিবো কতেক॥
সাবহিতে নথাকিয়া দুৰ্গতি লভিলোঁ।
স্বৰূপ কৰিয়া মই সবাতে কহিলোঁ॥

ৰাজ্যক নেদিবো যেন ৰহিবো নবৰি।
তাহাৰ মন্ত্ৰণা সবে কৰা যত্ন কৰি॥
দীৰ্ঘদৰ্শী মন্ত্ৰী পাছে বুলিলা বচন।
মহাবলী তুমি আক জানে সৰ্ব্বজন॥

যাৰ নাম শুনি কাম্পে কপি ৰাজাচয়।
নৃপতি সকলে তাক মান্যতা কৰয়॥
নাহি কপিৰাজ দেখি তাহাৰ সমান।
তথাপিতো কহো মই শাস্ত্ৰৰ বিধান॥

সবাহাতে বড়া হৰি বেদে কৰিছয়।
যাৰ কটাক্ষতে হৈৰে সৃষ্টি স্থিতি লয়॥
নাহি আদি অন্ত মধ্য দেশত কালত।
কোটি কোটি হেন বিশ্ব যাৰ উদৰত॥

হেন কৃষ্ণ প্ৰভু বিষ্ণু জানা ভগৱন্ত।
তেহো থাকে শুতি সদা অনন্ত শয্যাত॥
সাগৰৰ এক দেশে অনন্তো থাকয়।
তাহাতো কৰিয়া শুনা বৰ মহাশয়॥

হেন সাগৰকো পাছে অগস্তিয়ে পাইল।
গণ্ডুষত কৰি মহাৰঙ্গে খাই থৈল॥
বৰতো কৰিয়া বৰ আছে ঠাই ঠাই।
এতেকে তোমাৰ মদ গৰ্ব্ব নুযুৱাই॥

মহাবলী বালিৰ শুনিছোঁ পৰাক্রম।
দিগ্ বিজয়ৰ আশে যেন কাল যম॥
অবিচাৰে বিবাদক চিত্ত নকৰিবা।
অন্যথা বিবাদ কৰি অপকীৰ্ত্তি পাইবা॥

এক বোল বোলো যদি কোপ নকৰাহা।
তোৰ ভ্রাতৃ শতবলী বীৰক আনাহা॥
বন্ধুৰ ভাৱত থাকি অৰ্দ্ধ ৰাজ্য দিয়ো।
প্রিয় বাক্য বুলি তাৰ চিত্ত সন্তোষিয়ো॥

তেহে সমে প্রীতি হুয়া বালি পাশে যাহা।
যেবে অপ্রয়াসে দুৰ্গতিক তৰিবাহা॥
দিবিধে বোলয় তোৰ বুদ্ধি নোহে ভাল।
নেদিলো নেদিবো তাক ৰাজ্য একোকাল॥

ৰাজা নতু হন্তে গৈল পুৰুষ দ্বিতয়।
তথাপিতো শতবলী ৰাজ্যক বাঞ্ছয়॥
হুইতো বাঞ্ছয় সিতো ৰাজাৰ আসন।
তাক দেখো ৰাজাসন দিয়ে কোন জন॥

মন্ত্রী বোলে দেখা ৰাজা যত নদীচয়।
বহু কাল পথ এৰি আন পথে বয়॥
হাজাৰ বৰ্ষতো সুমৰিয়া পথ লই।
নযাইবি বুলিয়া কোনে বাধিতে পাৰয়॥

আৰু দেখা চন্দ্ৰ সূৰ্য্য বংশী ৰাজচয়।
ক্ষুদ্র ৰাজা হুই চক্রবৰ্ত্তীক সেবয়॥
পাছে দৈব যোগে তাৰ পুত্র নাতিচয়।
সাৰ্ব্বভৌম পদ লোৱে দেখিবি নিশ্চয়॥

সিতো শতবলী মহদাশ্রয় কৰিছে।
সিয়ো বৰ বাৰে মোৰ বুলিয়া ধৰিছে॥
নকৰয় ৰক্ষা যিটো শৰণাগতক।
প্রভু হেন নাম সিটো ধৰয় কিসক॥

শুদ্ধ ভাৱে আশ্ৰয় কৰয় সিতো যাক ।
পাৰিয়ে উপেক্ষা সিতো জনে কৰে তাক ॥
ইহলোকে অকীৰ্ত্তি পৰতো যমভয় ।
কিবা তুমি ইহাক নজান মহাশয় ॥

মনস্বীৰ কল্পদ্ৰুমে হোৱয় উপাম ।
প্ৰাণ দিয়া অৰ্থীৰ পূৰয় মনস্কাম ॥
তোমাৰ আছয় সখা ভৌম মহাবলী ।
তাহাতো অধিক সখা নৈলে শতবলী ॥

বন্ধুভাৱে থাকি অৰ্দ্ধৰাজ্য নেদা যেৱে ।
শতবলীৰেসে জানা ৰাজ্য হৈবে তেৱে ॥
দিবিধে বোলয় যি বুলিলা সত্য হই ।
তথাপিতো মিত্ৰ দৈত্যেন্দ্ৰত পুছো মই ॥

শুন সমলক্ষ কামগামী শীঘ্ৰে চল ।
কাম পীঠে আছে মোৰ মিত্ৰ মহাবল ॥
মোহোৰ দুৰ্ঘট যত কহিবি নিঃশেষ ।
যোগ পথে শীঘ্ৰে আসন্তোক মোৰ দেশ ॥

পূৰ্ব্বে প্ৰিয়ব্ৰত ৰাজা মনুৰ তনয় ।
সাত দ্বীপ সাত সিন্ধু নিৰ্ম্মিয়া আছয় ॥
সাত তনয়ক বাণ্টি দিলা মহাৰথ ।
অষ্ট দিশে আঠ গোটা দিলা যোগ পথ ॥

যাহাত চৰিলে নাহি ক্ষুধাতৃষ্ণাচয় ।
নাহি আধি ব্যাধি সাগৰকো নেদেখয় ॥
যথা যাইতে বাঞ্ছে তাত চৰি লোকচয় ।
লক্ষেকৰ পথ এক দিবসে পাৱয় ॥

সেহি পথে তিনিয়ো লোকৰ প্ৰজাচয় ।
আসে যাই চক্ৰবৰ্ত্তী ৰাজাত খাটয় ॥
কলিযুগে আৰোহিতে নপাৰে সিপথ ।
যাত উঠিলাত মাত্ৰ পাই মনোৰথ ॥

তাতে চৰি যাইতে ৰাজা আদেশ কৰিল।
ৰাজাক প্ৰণামি যোগ পথে আৰোহিল ॥
নাহি শীত তাপ যাত বাত বৃষ্টি ভয়।
পথৰ দুই পাশে শাৰী শাৰী বৃক্ষ চয় ॥

সুগন্ধ শীতল বায়ু সদা সঞ্চৰয়।
সকল ঋতুৰ গুণ ধৰিয়া আছয় ॥
কোকিলাদি দিব্য পক্ষী আছে পৰি পৰি।
সুমধুৰ দ্ৰব্য নানা বাক্য আছে ৰড়ি ॥

দীৰ্ঘি সৰোবৰ যত আছে ঠাই ঠাই।
কুমুদ উৎপল পদ্ম অধিকে শুহাই ॥
ৰাজহংস আদি যত পক্ষী জলচৰ।
মৃণালাদি ভক্ষি নাদ কৰে মনোহৰ ॥

মধুমত্ত মধুকৰে সুমধুৰ কৰি।
পক্ষী ৰাৱে গীত গাৱে নাচে অপসৰি ॥
স্বামী সঙ্গে ভ্ৰমে তাত দেৱ নাৰীচয়।
নানা বিদ্যাধৰে নানা বিদ্যা বিলাসয় ॥

মাঝে মাঝে আছে ৰম্য গৃহচয় তাত।
নানা ৰম্য শয্যা পাৰি আছে অসংখ্যাত ॥
কতো উচ্চ কতো নীচ কতোহো ভূমিত।
বিশ্বকৰ্ম্মে নানা ৰত্নে কৰিছে জৰিত ॥

ভক্ষ্য ভোজ্য আদি চতুৰ্ব্বিধ অন্নচয়।
শয্যাৰ সমীপে তাক নিযোজি আছয় ॥
যেহি বাঞ্ছে তাক পাই তাকে নাহি হানি।
সে পথৰ মহিমা কহিবো কোন প্ৰাণী ॥

সেহি পথে মেৰুৰ দক্ষিণ ভৈলা যাই।
হৰি কিম্পুৰুষ দুই বৰ্ষক চৰাই ॥
হিমৱন্ত ছাৰি কামপীঠ পাইলা যাই।
পথৰ নামিলা ভৌম নগৰক পাই ॥

দ্বাৰীক বোলয় কহ নৃপতিৰ ঠাই।
মল্লকপি ৰাজ দূত আসি-আছোঁ মই ॥
প্ৰতীহাৰে কহিলন্ত নৃপতিত যাই।
নমস্কাৰ কৰি বোলে আদেশ গোসাঁই ॥

মানস গিৰিৰ কপি মল্লৰাজ দূত।
তোমাক দেখিতে আসি আছে মহাদ্ৰুত ॥
শুনিয়া নৰকাসুৰ আনন্দিত মন,
সভাক লাগিয়া দূত নিয়াইলা তেখন ॥

পুচিলা কুশল আগমনৰ কাৰণ।
নমস্কাৰ কৰি দূতে বুলিলা বচন ॥
তুমি মহামিত্ৰ যাৰ হৈয়াছ সহায়।
সিজনৰ অকুশল একো থানে নাই ॥

যদি কোনো অকুশল মিলে প্ৰমাদত।
হেলায়ে তৰিবা পাৰে তযু প্ৰসাদত ॥
তোমাৰেসে অধিকাৰ তানে ৰাজ্যভাৰ।
তোমাৰো যতেক কাৰ্য্য তেহে অধিকাৰ ॥

দুহানো যিমত ইষ্ট প্ৰখ্যাত লোকত।
নহৈব নাহৈব বুলি কহে জগতত ॥
এতেকে পুচিতে যোগ্য কুশলাকুশল।
তোমাৰ কুশলে তান পৰম মঙ্গল ॥

কিছু অথন্তৰ তথা মিলিয়া আছয়।
তাহাক কহওঁ মই শুনা মহাশয় ॥
বালি নাম কপিৰাজ কিষ্কিন্ধাৰ পতি।
অনেক ভালুক সেনা কৰিয়া সঙ্গতি ॥

কৰি দিগবিজয় জিনিয়া কপিৰাজ।
দূতক পাঞ্চিতে গৈলা আমাৰ সমাজ ॥
মানসোত্তৰৰ যত আছে কপিবৰ।
নাম শুনি বালিৰ বৰিল নিৰন্তৰ ॥

নীল নাম কপিৰাজ যাক সম নাই।
অধিসেনাপতি ভৈলা বালিৰ আজ্ঞাই॥
থানে থানে চতুৰ পঠাই আছে দূত।
অপৰ বিশেষ কাৰ্য্য ভৈল অযুগুত॥

শতবলী নাম ভ্ৰাতৃ মল্ল কপীন্দ্ৰৰ।
একে পিতামহ জানিবাহা দুইহান্তৰ॥
দৈৱদোষে শতবলী ৰাজ্যক নপাই।
নীলত আশ্ৰয় লৈ শৰণ সোমাই॥

তাহাক দিবাক লাগে অৰ্দ্ধ ৰাজ্য মহী।
নেদিলে মিলিবে যুদ্ধ দূতে আছে কহি॥
দূতৰ প্ৰভাৱ দেখি সবাৰে তৰস।
যুদ্ধক লাগিয়া কেহ নকৰয় সাস॥

তোমাতেসে গহে ৰাজা আছে ৰাজ্য নেদি।
কিবা দূতে ৰাজা ভাঙ্গি পেলাইলেক খেদি॥
দূতক ৰাখিয়া চলে মোহোক পঠাইছে।
নজানো পাচত দূতে কি কাম কৰিছে॥

ভৌমে বোলে শুনা সেনাপতি কঙ্কানল।
নিশানা কোবায়া জনায়োক সেনাগণ॥
চলো এতিক্ষণে মল্লকপিৰাজা ঠাই।
যাত কৰি মোহোৰ অধিক প্ৰিয় নাই॥

দূতৰ কাৰ্য্যৰ ভাব আছোহো আকলি।
মহন্ত আশ্ৰয় কৰি আছে শতবলী॥
এতেকে যাইবাক লাগে কৰিয়া প্ৰবন্ধ।
যিমতে নাশিতে পাৰি বিপক্ষৰ কন্ধ॥

শুন যোগসাই তই পাতালক যাহা।
মিত্ৰ ধনঞ্জয় নাগ ৰাজাক আনাহা॥
মিত্ৰৰ কাৰ্য্যত মোৰ হেলা নুযুৱাই।
যোগ পথে চলো যেন শীঘ্ৰ কৰি পাই॥

পাছে ভৌমে সাজ কৰি চতুৰঙ্গ প্ৰজা।
চলি গৈলা যোগ পথে যথা মল্লৰাজা॥
যোগসাই বীৰে পাছে পাতালক যাই।
কহিলা ভৌমৰ বাৰ্ত্তা নাগেন্দ্ৰক পাই॥

মিত্ৰত ভকতি মহা ধনঞ্জয় ৰাই।
যত নাগ প্ৰজা সৰ্প লৈলন্ত কোঞ্চাই॥
আঠ গোটা নাগে সাজাইলন্ত ৰথ খান।
বহলে বিস্তৰে হৈব যোৰ্জন প্ৰমাণ॥

সৰ্ব্বাঙ্গে দপন দিলা তিনি ভীতিবাৰ।
নানা বিধ ৰত্নে কৰি আছে জাতিঙ্কাৰ॥
ইন্দ্ৰৰ বজ্ৰেয়ো যাক নপাৰে ভেদিতে।
যৈক মন তৈকে সিতো চলয় ত্বৰিতে॥

ক্ষণে দৃশ্য অদৃশ্য প্ৰকাশে নৱ নৱ।
কোনে কহিবেক তাৰ ৰথৰ বিভৱ॥
নানা ৰত্নময় তাত ধ্বজ গোট দিল।
যাত্ৰা কৰি মহাবীৰ প্ৰয়াণ কৰিল॥

আগে পাছে চলি যাই অযুতেক ৰথ।
বিসৰ্বর্ণি ব্যাপি যাই সেহি সেহি পথ॥
উৰ্দ্ধ গতি কৰি চাৰি বিৰৰ চৰাইল।
মন পবনৰ বেগে যোগ পথ পাইল॥

মানস পুৰক লাগি পথক ধাৰিল।
দেখিয়া ত্ৰিদশ দেৱ ভয়ে চমকিল॥
মাসেকৰ পথ যুৰি নাগ সেনা যাই।
যোগ মাৰ্গী সবো দেখি দূৰক পলাই॥

কতো দিনে সুহৃদ ভৌমৰ লগ লৈলা।
দেখিয়া ধৰণী সুত মহাৰঙ্গ ভৈলা॥
কৰি প্ৰিয় সম্ভাষণা মহাৰঙ্গে যাই।
মানস গিৰিক পাইলা ধৰণী কম্পাই॥

ভৌম নাগৰাজা কথা এহি মানে থওঁ।
হনুমন্তে কি কৰিলে তাৰ কথা কওঁ ॥
দিন চাৰি পাঞ্চ তথা বীৰ হনুমন্ত।
বঞ্চিয়া তথায়ে ৰাজ কাৰ্য্য লক্ষিলন্ত ॥

ইতো দুষ্ট মতি মল্লৰাজ মহামন্দ।
নৱৰয় নেদৈ ৰাজ্য কৰে চল ছন্দ ॥
মোক বঞ্চি কৰি আছে যুদ্ধৰ উদ্যোগ।
আবে যুদ্ধ নকৰিতে মোৰো নোহে যোগ ॥

যদিবা ভয়ত যুদ্ধ ত্যজি মই যাইবো।
বৰি আছে যত ৰাজা তাকো হৰুৱাইবো ॥
কৰিবেক নিন্দা যত বানৰ বানৰী।
তেবে মৰণেসে ভাল জীৱনত কৰি ॥

পৃষ্ঠেৰে সেবিব ৰবি শীত কাল পাই।
জঠৰেৰে অগনিকো সেৱে লোকে যাই ॥
কায় বাক্য মনে প্ৰাণ স্বামীক সেৱিব।
অকপটে হৰি সেবি সংসাৰ তৰিব ॥

চব্বিশ সেৱক ৰাজ নীতিত কহয়।
কায় বাক্য মনে প্ৰাণ যিজনে সেৱয় ॥
তাহাকে উত্তম বুলি ৰাজাৰ সেৱক।
ভাগ্যৱন্ত স্বামী বিনে নলভে প্ৰত্যেক ॥

মধ্যম সেৱক কায় বাক্যে ভজে মাত্ৰ।
বাক্যে মাত্ৰ সেৱয় অধম কহে শাস্ত্ৰ ॥
মনে কুশলক চিন্তে ৰাজাৰ সদাই।
দুৰ্ল্লভ সেৱক তাতধিকে আন নাই ॥

বালি ৰাজা মোক পুত্ৰ বুলিয়া পালিছে।
দিগবিজয়ৰ কাৰ্য্যে তাতে সে পাঞ্চিছে ॥
হেনয় স্বামীৰ অৰ্থে যদি মৃত্যু হয়।
তেবে বালি ৰাজাৰ অঋণী হওঁ মই ॥

এহি চিন্তি ক্রোধে জ্বলি উপজিল কাম্পে
ৰাজ সমাজক লাগি কৰিলেক ঝাম্পে ॥
ৰাজাৰ আগত থিয় দিয়া বোলে চাই।
শুনৰে অসত্যবাদী দুস্ট মল্লৰাই ॥

মূঢ় তই নোহ ৰাজাসনৰ উচিত।
নজানস ৰাজনয় আৰো হিতাহিত ॥
প্রজাৰো কুশল কিছু নিচিন্ত মনত।
তোহোৰ মৰণ কাল ভৈল উপগত ॥

মহাৰাজা বালি যাক সম বীৰ নাই।
যাৰ নাম শুনি সুৰাসুৰ কাম্পে কাই ॥
তানে মুখ্য সেনাপতি অগ্নিৰ তনয়।
যাহাৰ বিক্রম দেখি মহেন্দ্রৰো ভয় ॥

তাহাৰ আদেশ তই নকৰ দুৰ্ম্মতি।
আনিছ নৰকাসুৰ যুদ্ধক সম্প্রতি ॥
উঠৰে দুৰ্ম্মতি ৰাখ আপোন গৌৰৱ।
নুহি এতিক্ষণে স্ত্রীৰ আগে লাজ হৱ ॥

শুনি দিবিধৰ কোপে কম্পমান কায়।
মাৰুতিক বোলে তই নকৰ বৰায় ॥
তোৰ বাক্যে ৰাজ্য দিবো হেন আশা ছাৰ।
যুদ্ধ কৰি কোনে পাৰে লৌক ৰাজ্যভাৰ ॥

এহি বুলি আস্ফালিল যুদ্ধক আশাই।
ঝাম্প দিয়া মাৰুতিয়ো ধৰিলন্ত যাই ॥
অন্যো অন্যে আঝোৰয় যেন নাগ দুই।
বাগৰা বাগৰি যুজে এক পিণ্ড হুই ॥

আঙ্কোৰে কামৰে দুই দুহান্তক পাই।
হানে কিল ভুকু কতো দুই ছিদ্র চাই ॥
চৌত্রিংশ দিনৰ বৃক্ষ শিলা নিৰন্তৰ।
চূৰ্ণিকৃত ভৈল বাগৰন্তে দুহান্তৰ ॥

শত্রুঞ্জয় বা বালিৰ দিগ্বজয়।

কৰি যুদ্ধ কৌতুকে মাৰুতি বাঢ় দিন।
দিবিধৰো দেখে বল বুদ্ধি ভৈল ক্ষীণ ॥
মাৰুতিক প্ৰতিকাৰ নপাৰে কৰিতে।
হনুমন্তে চিন্তে আক নলাগে বধিতে ॥

সাসে পৰাক্ৰমে ইতো ভাল বীৰ গোট।
মোত বিনে কোনে আৰ সহে ঘোৰ চোট ॥
হেন বীৰ গোট লাগে মোহৰ লগত।
অল্প যুদ্ধ কৰিবাক ইগোটা শকত ॥

কাৰাগাৰে বন্দী কৰি ইহাক ৰাখিবো।
যেবে শুদ্ধমতি হোৱে অৰ্দ্ধৰাজ্য দিবো ॥
শতবলী বীৰকো অৰ্দ্ধেক ৰাজ্য দিবো।
আপোনাৰ অঙ্গীকাৰ সফল কৰিবো ॥

এহি চিন্তি মাৰুতিয়ে লাঙ্গুল বঢ়াই।
দিবিধৰ সৰ্ব্ব গাৱে ধৰিলা মেঢ়াই ॥
যেন মহামত্ত নাগে হস্তা গোটা পাই।
মুখে লৈয়া ফণা উৰি আনন্দে লৈ যাই ॥

কতো পুচ্ছ মেলি তাক ভূমিত পেলাই।
বিকৰ্থনা কৰি বীৰে নিয়ে চোঞ্চৰাই ॥
হেন নানা বিকৰ্থনা কৰন্তে আছয়।
শতবলী বীৰো আসি মিলিলেক তয় ॥

মাৰুতি বোলয় শুনা বীৰ শতবলী।
নকৰিবা ক্ৰোধ মোৰ বিলম্ব আকলি॥
বালি কপীন্দ্ৰৰ আজ্ঞা শিৰত কৰিয়া।
নীল সেনাপতি তথা পঠাইলে পাঞ্চিয়া ॥

ইহাত কহিলোঁ সেনাপতিৰ বচন।
নমানিলে ইতো মেল বানৰ দুৰ্জ্জন ॥
নজানয় ৰাজনীতি পৰম দুৰ্বোধ।
বিকৰ্থনা কৰি মোক তেজাইলেক যুদ্ধ ॥

ৰাজাৰ আজ্ঞাক তুমি শিৰত ধৰিয়ো।
মল্লৰাজা হৈয়া তুমি আসনে বসিয়ো ॥
নীল সেনাপতিক মোহোৰ বৰ ত্ৰাস।
ইহাক বান্ধিয়া নিয়া দেও তান পাশ ॥

যেন আন কপিৰাজে আজ্ঞা নছাৰয়।
তেমনে ইহাঙ্ক দণ্ড কৰাইতে লাগয় ॥
শতবালী বোলে যি বুলিলা সত্য হই।
ৰাজ আজ্ঞা উল্লঙ্ঘিলে দণ্ডত পৰয় ॥

পৃথিবীত আছে যত কপিৰাজ চয়।
একেলাগি বালি কপীন্দ্ৰক নলাগয় ॥
যেই ইচ্ছা তুমি তাক পাৰাহা কৰিতে।
কৰিয়া আছাহা তুমি ইহাৰ উচিতে ॥

আতধিক লাঞ্ছণা কি ৰাজাৰ আছয়।
দেখা ইতো মতকৰ নয় হৈয়াছয় ॥
সবাহাতে ধিক এহে মানি কপি ৰাজা।
আজি হন্তে দেখিয়া হাঁসিব সবে প্ৰজা ॥

হটিলে সে নীচ জন উচিতত ৰয়।
দণ্ড বিনে দুষ্ট জন বিপথ নেৰয় ॥
দণ্ড কৰিলাতো যদি বিপথ নেৰয়।
প্ৰাণ বধিবাক লাগি তেৱে যোগ্য হয় ॥

মাতৃয়ো নকৰে শোক তাহাক লাগিয়া।
আপোন পুত্ৰক ছাৰে দুষ্টতা দেখিয়া ॥
দণ্ড কৰি কৰিলা ইহাৰ উপকাৰ।
তথাপি নেৰয় যদি ইতো অহঙ্কাৰ ॥

তেবে আমি তোমাক বুলিতে নাহি আৰ।
মৰন্তাক ৰাখিবাক শকতি কাহাৰ ॥
সবে দোষ ছাৰি আক দিয়াহা মেলাই।
ৰাজ আজ্ঞা কৰা নীতি কথা তুমি চাই ॥

দেখা আৰ নাৰীগণে কান্দে বিয়াকুলি।
স্বামীৰ বিপত্তি দেখি মৰে হিয়া পুলি ॥
মাৰুতি বোলয় তুমি ধন্য কপিবৰ।
সম দৃষ্টি নাহি দেখি তোমাত অপৰ ॥

তুমি পিতৃ পিতামহ তিনি পুৰুষৰ।
খণ্ডি ৰাজ্য ভাৰ ইতো ভুঞ্জে একেশ্বৰ ॥
বন্ধু মিত্ৰ দেশ ছাৰি দুঃখক ভুঞ্জিলা।
তথাপি সিসব দোষ আৰ নগণিলা ॥

শত্ৰুত মিত্ৰত সমদৃষ্টি ভৈল যাৰ।
সি জনৰ মুকুতি পদত অধিকাৰ ॥
নৃপতি পদত যোগ্য সুহি জানা সাৰ।
কালৰ বেগত যিতো হোৱে ছাৰখাৰ ॥

হেনয় তোমাৰ বাক্য কৰিতে উচিত।
যদি জানা এহি দণ্ডে শুদ্ধ ভৈল চিত ॥
এহি বুলি মাৰুতিয়ে বন্ধন মুচিলা।
অল্প কৰি দিবিধেও বুলিবে লাগিলা ॥

শুনা শুনা দূত মই কহিবো নিশ্চয়।
আমাত তোমাত কিছু দোষ নাহি কয় ॥
পূৰ্ব্বৰ অৰ্জ্জিত ফল লাগয় ভুঞ্জিতে।
তাক এৰাইবাক লাগি নপাৰে কশ্চিতে ॥

ৰাজ আজ্ঞা ছাৰিতে মোহোৰ মন নাই।
তথাপি প্ৰমাদ দিলে দুষ্ট দৈবে পাই ॥
যেহি ইচ্ছা তোমাৰ কৰিতে লাগে তাক।
দুৰ্দ্দশা এৰাইতে বাধা কৰিবোহো কাক ॥

দুৰ্গুণে সুগুণ যাৰ বিধাতা প্ৰসন্ন।
যাৰ বক্ৰ বিধি তাৰ গুৰু অকাৰণ ॥
এতেকে ইহাত মোৰ নাহি কিছু খেদ।
ৰাজ সম্পত্তিতো মই ভৈলাহো নিবেদ ॥

মাৰুতি বোলয় শুন শুন মল্লৰাই ।
তোৰ বাক্যে আছোঁ মই আনন্দক পাই ॥
তথাপিতো তোৰ বৰ্ত্তা চিত্ত জানো সাৰ ।
মোকে সে ভণ্ডিতে জানো চাস আৰো বাৰ ॥

তাতো মোৰ শঙ্কা নাই জানিবি নিশ্চয় ।
তাৰো ফল অল্পতে লভিবি দুৰাশয় ॥
মাৰুতিৰ কথা আবে এহি মানে থওঁ ।
ভৌমৰ বিচেষ্টা যেন মত তাক কওঁ ॥

শুনা সভাসদ ইতো কথা অনুপাম ।
শ্ৰীৰাম দাসৰ চেষ্টা শত্ৰুঞ্জয় নাম ॥
শিষ্য ভৰদ্বাজত বাল্মিকী কৈলা যাক ।
ভবিষ্যত কতো ভূত কৰি কৈলোঁ তাক ॥

ইদোষ ক্ষমিয়ো মোৰ বুদ্ধ সবে চাই ।
মূৰ্খৰ নধৰে দোষ বিজ্ঞ সবে পাই ॥
অৱতাৰ কথাৰ প্ৰসঙ্গ কৰি যথা ।
প্ৰাসঙ্গিক কৰি কৈলোঁ শত্ৰুঞ্জয় কথা ॥

ইহাক ক্ষমিবে যোগ্য হোৱে পণ্ডিতৰ ।
নানা ৰস কাব্যে দিয়ে কবি নিৰন্তৰ ॥
এতেক ইহাত প্ৰস্তাবিক ৰস যত ।
নানা শাস্ত্ৰ হন্তে আনি কৰিলোঁ বেকত ॥

নানা ৰত্নে যদি সুবৰ্ণক চিত্ৰ কৰে ।
তাক কি মহন্ত সবে দেখি অনাদৰে ॥
আৰু দেখি আছি বহু আদৰ কৰয় ।
অনাদৃত ভৈলে কেনে কণ্ঠত ধৰয় ॥

এতেকে সবাকে বোলো কৃতাঞ্জলি কৰি ।
মই দুৰ্ব্বোধৰ সবে দোষ পৰিহৰি ॥
শ্ৰীৰাম দাসৰ কথামৃত পান কৰি ।
তৰা ভব ৰোগ ডাকি বোলা হৰি হৰি ॥

# অনন্ত বা হৃদয়ানন্দ।

## আত্ম পৰিচয়।

যশ চন্দ্ৰ খাঁযে হুয়া                    আছিলা প্ৰখ্যাত বৰ,
সদায়ে ধৰ্ম্মত যাৰ চিত্ত ॥
তাহানে কনিষ্ঠ ভাই                    শুকই যে গিৰি নামে,
খ্যাতি তানে পুত্ৰ যদুহয়।
শ্ৰীশঙ্কৰৰ ভ্ৰাতৃ পৌত্ৰী                    নামে বিষ্ণুপ্ৰিয়া শান্তী,
বিহালন্ত যদু সুতনয় ॥
তানে গৰ্ভে ভৈলো জাত                    আমি মুহিকোহো খ্যাত,
পৰম মূৰুখ মূঢ় মতি।
তথাপিতো ইতো কাজ                    কৰাইলন্ত যদুৰাজ,
ক্ষমিয়োক সমাজে সম্প্ৰতি ॥

---

## শ্ৰীৰাম কীৰ্ত্তন।

### হনুমন্তৰ সীতা দৰিশন।

ঘোষা—ৰঘুপতি ৰাম, কৰো পৰিয়া প্ৰণাম।

জনকৰ জীয়ক দেখিলা বায়ুসুতে।
মলনি স্বভাৱে মাৱে বসিয়া ভূমিতে ॥
স্বৰ্গৰ পৰিল খসি যেন পূৰ্ণ চন্দ্ৰ।
মনে আববিয়া আছে নাহিকে আনন্দ ॥

স্বামীৰ চৰণ দুই চিন্তন্তে আছন্ত।
মাথে একাছলা ৰিক্তে ভূমিতে লুণ্টন্ত ॥
দেখি বায়ুপুত্ৰৰ বিস্ময় ভৈল মন।
ভালেতো আকুল প্ৰভু ৰঘুৰ নন্দন ॥

নাৰীৰ এনয় ৰূপ নতু দেখি শুনি।
আবে কোন কাৰ্য্য কৰো আছা মনে গুণি ॥
ৰাত্ৰি গোট প্ৰভাত ভৈলেক দেখো হেৰ।
ৰাক্ষসে দেখিলে কাৰ্য্য হৈবে অথান্তৰ ॥

এহি বুলি বায়ুসুত কৰি নিজ মায়া।
সিঙ্গ পাতে আৰ ভৈলা অল্প কৰি কায়া ॥
প্ৰভাততে দশগ্ৰীব আইলা সীতা ঠাৱে।
বহুবিধ মিনতি বোলয় নানা ভাৱে ॥

শুনা প্ৰাণেশ্বৰী সীতা জনক নন্দিনী।
ত্ৰিভুবনে তোক সম নাই কোনো জনী ॥
মই ত্ৰৈলোক্যৰ ৰাজা মোক স্বামী বৰ।
ৰনবাসী ৰাম তপস্বীক পৰিহৰ ॥

মন্দোদৰী আদি মোৰ যত পটেশ্বৰী।
সবাহাঙ্কে দিবোহো তোমাৰ দাসী কৰি।
সুবৰ্ণ মাণিকে তনু মণ্ডিবো তোমাৰ।
মই দাস ভৈলো ৰাখা প্ৰাণক আমাৰ ॥

হেন শুনি সীতা শাস্ত্ৰী অধোমুখ কৰি।
বুলিলা কঠোৰ কৰি সহিতে নপাৰি ॥
মই পতিব্ৰতাৰ মৰ্ম্ম জনা আসি।
অধৰ্ম্মৰ ফলে বেটা যাইবি তই নাশি ॥

মোৰ অলঙ্কাৰ তেৱে সমস্তে হোৱয়।
তোৰ দশশিৰ যেৱে ৰাঘৱে কাটয় ॥
ৰাম মত্তসিংহ তুই শৃগাল পাপিষ্ঠ।
গৰুড়ৰ ভাৰ্য্যাক কাকৰ হৰৈ আশ ॥

তিৰী চোড়া অধম হাৰিৰ লাথি খায়া।
গলে হাণ্ডি বান্ধি মৰি মাৰ্গতলে যাৱা ॥
হেন শুনি ৰাৱণ ক্ৰুধিয়া খেদি যাই।
মন্দোদৰী ৰাখিলন্ত অনেক বুজাই ॥

পাছে সব ৰাক্ষসীক বোলে লঙ্কেশ্বৰে।
যেনে তেনে বুজায়োক সীতা যেন বৰে ॥
এহি বুলি আপুন মন্দিৰে চলি গৈলা।
ৰাক্ষসী সকলে তাঙ্ক গৰ্জ্জিবাক লৈলা ॥

কতো বোলে শুনা সীতা ভজ লঙ্কেশ্বৰ।
কতো বোলে শান্তি ধৰ্ম্ম ৰাৱণাতে কৰ ॥
কোনো জনী বোলে এইক খাওঁ ৰাক্ষসিনী।
বৰিবি কি নবৰিবি কহ সত্যবাণী ॥

আনো নানা বাক্য বুলি ৰাক্ষসিনী গণ।
মধ্যাহ্ন সময় ভৈলা কৰিলা শয়ন ॥
সেই বেলা বায়ুপুত্ৰে অৱসৰ পাই।
কৰ যোড়ে বৃক্ষহন্তে বোলন্ত বিনাই ॥

দশৰথ পুত্ৰ শ্ৰীৰাম চন্দ্ৰ ভৈলা।
পিতৃবাক্য পালিতেহে বনবাসে গৈলা ॥
তাহতে সীতাক হৰি আনিলে ৰাৱণ।
এতেক বুলিয়া মৌন ভৈলা হনুমান ॥

প্ৰিয় কথা শুণি দেবীদশো দিশে চাইলা।
ঊৰ্দ্ধ দৃষ্টি কৰি বানৰক ভেট পাইলা ॥
সীতায়ে বোলয় বাপু কৈৰ হন্তে আইলি।
মোহোৰ স্বামীৰ কথা কেন মতে পাইলি ॥

এতেক বোলন্তে আসি ভূমিত নামিলা।
দণ্ডৱতে পৰি কপি প্ৰণাম কৰিলা ॥
কৃতাঞ্জলি কৰি বোলে শুনিয়োক আই।
জম্বুদ্বীপ হন্তে ৰামে দিছন্ত পঠাই ॥

তযু শোকে প্ৰভু দেৱ বিহ্বল ভৈলন্ত।
বনে বনে দুই ভাই বিচাৰি ফুৰন্ত॥
পাছে আসি ঋষ্যমুকে দৰিশন পাইলোঁ।
অলঙ্কাৰ পায়া পাঞ্চ বানৰে দেখাইলোঁ॥

পায়া অলঙ্কাৰ প্ৰভু বিস্তৰো কান্দিলা।
বালি বধ কৰি সুগ্ৰীৱক ৰাজ্য দিলা॥
মই বায়ুপুত্ৰ আই নাম হনুমন্ত।
সবে আলোচিয়া মোক পঠাই দিলন্ত॥

সমুদ্ৰ তৰিয়া ৰাৱণাৰ ঘৰে পশি।
বহু বিচাৰিয়া আই দেখা পাইলো আসি॥
ৰাম পাৱে কহয় অনন্ত মূঢ়মতি।
বোলা ৰাম ৰাম সবে সমাজে সম্প্ৰতি॥

ঘোষা—তুমি ৰাম পূৰ্ণকাম জগতৰ স্বামী।
তযু পাদ পঙ্কজে শৰণ লৈলো আমি॥

বানৰৰ কথা শুনি বুলিলন্ত আই।
সাগৰ তৰিলি তই কিমত উপাই॥
মিছা কথা কহিবাক আইলি পুনৰ্ব্বাৰ।
পাপিষ্ঠ বানৰ ক্ৰোধ তোলাস আমাৰ॥

দূৰ গুচ ৰাক্ষস অধম মন্দকৰ্ম্ম।
কৃতাঞ্জলি কপি সুমৰন্ত ধৰ্ম্ম ধৰ্ম্ম॥
ৰাক্ষস নহও মাৱ ভালে চিনিয়োক।
শ্ৰীৰঘুনাথে সত্যে পঠাই আছে মোক॥

সীতায়ে বোলন্ত তেবে কহতো প্ৰমাণ।
কিমত স্বামীৰ ৰূপ ভোজন কিঠান॥
হনুয়ে বোলন্ত আই ৰঘুনাথ দেৱ।
ইতো ত্ৰিভুবনে তাঙ্ক সম নাহি কেৱ॥

দুৰ্ব্বাদল শ্যাম ৰাম শিৰ ছত্ৰাকৃতি।
সিংহ বন্ধ কবন্ধ সুগ্ৰীৱ শোভে আতি॥

পদ যুগৰ কত ভকত মনোময়।
ধ্বজ বজ্ৰ পঙ্কজ অঙ্কুশে সুশোভয়॥

পদ্মলতা বিম্ব ওষ্ঠ ধৌত দন্ত পান্তি।
স্বভাৱে ঈষৎ হাস মুখ চন্দ্ৰ কান্তি॥
ধনুৰ্ব্বেদ সাৰঙ্গ প্ৰকাশে হাতে যাৰ।
সৰ্ব্বদা তোমাৰ শোকে কৰন্ত ফোকাৰ॥

ফল মুল ভোজনত চাৰি দিন অন্তে।
প্ৰশ্ৰবণ গিৰিত আছন্ত এহিমতে॥
এহি বুলি হনুমন্তে ৰামৰ আঙ্গুষ্ঠি।
দিলন্ত সীতাৰ হাতে হুয়া মহাতুষ্টি॥

লৈয়ো সীতা শান্তি মোৰ কথাৰ প্ৰমাণ।
মানস শিলাৰ ফোট দিলা যিতো থান॥
ইতো গোপ্য সঙ্কেত কহিয়া পঠাইলন্ত।
তোৰা দুই বিনে আক আনে নজানন্ত॥

স্বামীৰ অঙ্গুষ্ঠি পাই হৃদয়ত লৈয়া।
বুকে মুষ্ঠি দিয়া আই বিস্তৰ কান্দিলা॥
শুনা বাপু বানৰৰ ৰাজা বুলি যাক।
তান কেন মন আছে আমাক নিবাক॥

অঙ্গদ সুসেন নল নীল জাম্বুৱন্ত।
আমাক নিবাক তেসম্বেকি আলোচন্ত॥
লক্ষ্মণে বা কি বোলন্ত কহ হনুমান।
ইতো দুঃখ শোক কি কৰিবা অৱসান॥

কিমতে ধৰিবো জীৱ প্ৰাণ স্বামী বিনে।
কতো বোলে প্ৰাণ ত্যাজো কি কাৰ্য্য জীৱনে॥
হেন শুনি হনুমন্তে বুলিলা বিনাই।
সত্যে সত্যে সবে মোক দিয়াছা পঠাই॥

তোমাক নিবেক দুষ্ট ৰাৱণক মাৰি।
অঙ্গীকাৰ কৰি আছা ৰাঘৱ মুৰাৰি॥

এহি বুলি কিছু শান্ত কৰিলা সীতাক ।
বোলন্ত যি কিছু আছে দিয়োক আমাক ॥
কনমউ ফল বাপু আছে কত গুটি ।
এহি বুলি তেখনে আনিয়া দিলা উঠি ॥
শুনা সৰ্ব্বলোকে কৰা পৰলোক কাম ।
সৰ্ব্বক্ষণে শুনা শ্ৰীৰামৰ গুণ নাম ॥
তেবে সে হুইবেক দুঃখ সীমা উপসম ।
মূৰুখ অনন্তে কহে বোলা ৰাম ৰাম ॥

ঘোষা—জানকী বল্লভ জানকী বল্লভ জানকী বল্লভ ৰাম ।
তোমাৰ চৰণে শৰণ পশিলোঁ পূৰিয়ো মনৰ কাম ॥

জনক নন্দিনী ফল দিলা আনি,
বায়ুসুতে মুখে দিলা ।
অমৃত মধুৰ ক্ষুধা ভৈল দূৰ,
পৰম তৃপিতি পাইলা ॥
স্বভাৱে বানৰ জাতিৰ ফলত,
আতিশয় লোভবৰ ।
বোলে শুনা আই কোন থানে পাই,
কহিয়ো আৰ উত্তৰ ॥
সীতায়ে বোলন্ত যিতো থানে আছে,
তই যাইবি কেন কৰি ।
অসংখ্য ৰাক্ষস আবৰি থাকয়,
মাৰিবেক তোক ধৰি ॥
হেন শুনি বৃদ্ধ ব্ৰাহ্মণৰ বেশ,
ধৰিলন্ত হনুমন্তে ।
লৰবৰ মাথ কাসন্তে দেখিয়া,
কৌতুকতে হাসিলন্তে ॥
বোলন্ত ৰাক্ষস হাটি বাটি ফুৰি,
ফল পাইবা বহুতৰ ।
নাহি একো চিন্তা ফুৰি আসা গই,
সমস্তে লঙ্কা নগৰ ॥

সীতাক নমিয়া তেতিক্ষণে গৈয়া,
ৰাৱণাৰ অভ্যন্তৰে।
ভিক্ষা কৰিলন্ত ভণ্ডাৰি বোলন্ত,
যায়োক বাড়ী ভিতৰে॥
হেন শুনি তেতি— ক্ষণে পশিলন্ত,
কবড়ি চাৰি পেলাই।
লহনা লহন ফল লাগি আছে,
উঠিলন্ত গাছে যাই॥
ৰাম লক্ষণক সীতাক নিবেদি,
লৈলা ফল ভুঞ্জিবাক।
ঠিশ ঠিশ কৰি পেটত ভৰাইলন্ত,
সমস্তে খাইলা ফলক॥
কতো বৃক্ষ মানে উলতাই কৰুইলা,
ভাঙ্গি ছিঙ্গি উপবন।
যতেক ৰাক্ষস খেদি খেদি যাই,
সমস্তে কৰিলা ছন্ন॥
ৰাৱণৰ আগে বাৰ্ত্তা পৰি গৈল,
বানৰৰ কথা যত।
শুনি দশগ্ৰীব সৈন্য পাঠিলেক,
মাৰিল তাকো সমস্ত॥
পাছে অক্ষয়ক পঠাইলেক সিতো,
ৰাৱণা আতি নিকাল।
দুৰ্ঘোৰ সমৰে মাৰিলন্ত তাকো,
হনুমন্ত মহাবল॥
পুত্ৰৰ মৰণে শোক লভিলেক,
দশগ্ৰীৱ অতিৰেক।
বোলে মনে ডৰি তাক নাই সৰি,
ইন্দ্ৰজিত পঠাইলেক॥

সিতো খেদি গৈয়া হনুক দেখিয়া,
প্ৰহাৰিলা নাগ বাণ।
বন্ধন নলৈলে ব্ৰহ্মা লজ্জা হন্ত,
জানি লৈলা হনুমান॥
ৰাক্ষস সকলে সাঙ্গি বান্ধি লৈয়া,
ৰাজাৰ আগে পেলাইল।
দশগ্ৰীৱে পাছে হনুক দেখিয়া,
প্ৰহস্ত মুখে পোছাইল॥
প্ৰহস্তে বোলয় শুন কপিবৰ,
কোথাহন্তে আসি ভেলি।
কাৰ দূত তই কি কাৰ্য্যে আসিলি,
কহিবি সত্যক পালি॥
হেন শুনি হনু— মন্তে বুলিলন্ত,
শ্ৰীৰামৰ দূত আমি।
জম্বুদ্বীপ হন্তে সীতা অন্বেষণে,
পঠালন্ত মোক স্বামী॥
অনন্তৰে ৰাজা বোলয় কিসত,
মাৰিলি মোৰ সৈন্যক।
হনুৱে বোলয় শত্ৰু যদি হয়,
কোনেবা কাক এড়য়॥
হেন শুনি ৰাজা ক্ৰোধ কৰি বোলে,
কাটি কৰ খণ্ড খণ্ড।
বিভীষণে বুলি লন্ত শুনা দদা,
দূতৰ নহে ই দণ্ড॥
দুৰ্ম্মুখ বীৰক আদেশ কৰিয়া,
মৰাইলে কিলৰ ঝাক।
হনুমন্তে পাছে বুলিবে লাগিলা,
ক্ৰোধ কৰি ৰাৱণাক॥
শুনৰে অধম ৰাৱণ দুৰ্জ্জন,
তোহোৰ ৰঙ্গ বিস্তৰ॥

এতিক্ষণে তোক মাৰিবাক পাৰো,
নভৈল আজ্ঞা ৰামৰ ॥
শুনা সভাসদ ৰামায়ণ পদ,
ৰামৰ চৰণে ধৰি।
ৰাম বিনে আন কৃপালু দেৱতা,
নাহি নাহি তাঙ্ক সৰি ॥
পশু পক্ষী নৰ বানৰ তৰিল,
লৈয়া তান গুণ নাম।
কহয় অনন্তে জানি সবেহন্তে,
ডাকি বোলা ৰাম ৰাম ॥

ঘোষা--ৰাম ৰঘুনাথ দেৱ, ৰাম ৰঘুনাথ দেৱ, ৰাম ৰঘুনাথ দেৱ।
কৰিয়ো ভকতি দান, তুমি বিনে নাহি আন, তোমাৰ চৰণে কৰোঁ সেৱ ॥

ৰাৱণে বোলয় শুন সব পাত্ৰ মন্ত্ৰী গণ,
কিমতে কৰিবো দণ্ড আক।
যেন এক চিহ্ন ৰয় ৰামে দেখি দুঃখ পায়,
সেহি দণ্ড কৰিবো ইহাক ॥
সবেহন্তে বোলে ৰায় বানৰৰ লাজ প্ৰায়,
সমস্তে অঙ্গতে শ্ৰেষ্ট হুই।
কাললৈকো সাঞ্চ ৰৌক তৈল ঢালি কাপোৰক,
মেঢ়ায়া লাঙ্গুলে দিয়ো জুই ॥
খলখলি হাসি সিতো বোলে ভাল বুদ্ধি ইতো,
লগাইলে লাঙ্গুলে জুই তাৰ।
গলত লগায়া ডোল আগে পাছে কৰি ৰোল,
ৰাক্ষসে গৈলা থানে থান ॥
হনুমন্তে কৰি মায়া ক্ষীণকৰি নিজ কায়া,
ডোল হোসকাইলন্ত গলৰ।
হস্তৰ প্ৰহাৰ ছাৰি তাকৰ মুকুতি মাৰি,
ডেএ চৰিলন্ত দৌলিবৰ ॥

আখাকে লাঙ্গুল কুৰাই তাহাত অগনি লগাই,
লগাইলন্ত অন্তেস পুৰত।
পুত্ৰৰ কৰ্ম্মক দেখি বায়ুৰ আনন্দ ভৈল,
বৈতে লৈলা উনপঞ্চা বাউ॥
লঙ্কাৰ ভিতৰে যত ঘৰ আছে অসংখ্যাত,
সমস্তকে পেলাইলা দহিয়া।
আই বাপু পাড়ে গেৰি ৰাক্ষস পলাই লৰি,
পুত্ৰ নাতি সব কোলে লৈয়া॥
জনক নন্দিনী শুনি অগনিক তুতি বাণী,
বুলিলন্ত কৰযোড় কৰি।
এতেকে অগনি তাঙ্ক দুঃখ নেদিলন্ত আতি,
জ্বলিলন্ত শান্ত ৰূপ ধৰি।
সেহি মতে লঙ্কাপুৰে ছাইক তুলি ছন্ন কৰি,
মুখে চুঙ্কি অগনি নুমাইলা।
আবে সীতা গোসানীক সেৱা কৰি আসো বুলি,
অশোক বনত প্ৰবেশিলা॥
জানকীক নমি গৈয়া কৰ যোড় কৰিলন্ত,
সব লঙ্কা পুৰিৰ দহন।
তোমাৰ প্ৰসাদে আই পাপিষ্ঠ যে ৰাৱণাৰ,
লঙ্কা পুৰি কৰিলো উচ্ছন্ন॥
জানকী বোলয় বাপু ৰাত্ৰি গোট বঞ্চিয়োক,
দুঃখবৰ পাইলি বন্ধনত।
তোমাৰ বন্ধনে বাপু বহু শোক লভিলোহো,
আবে ৰঙ্গ মিলিল মনত॥
হনুৱে বোলন্ত আই যিবা কিছু কহিবাহা,
শ্ৰীৰামক প্ৰতি কহিয়োক।
যেন যেন বাৰ্ত্তা মই তেওঁৰ পাৱে নিবেদিবো,
সেহি মতে মোক শিখাওক॥

মই এথা ৰহিলাত বিলম্ব হৈবেক মাৰ,
প্ৰভু তৈত আছে বাট চাই ;
জানকী বোলন্ত বাপু অল্পতে নিয়োক মোক,
কহিবাহা প্ৰাণ প্ৰভু পাই ॥
হেন শুনি হনুমন্তে প্ৰদক্ষিণে নমিলন্ত,
জানকীৰ চৰণ যুগল।
বোলন্ত থাকিয়ো আই চিন্তা শোক পৰিহৰি,
মই কাৰ্য্য সাধিবো সকল ॥
হৰি হৰি কিনো ভৈল নৰ তনু ব্যৰ্থ গৈল,
বীভৎস বিষয়ে ভোগ আগে।
অনন্তে কাকুতি কৰে শুনিয়োক সৰ্ব্ব নৰে,
ৰাম বুলি চলা তান পাশে ॥

ঘোষা—ৰাঘৱ ৰঘুপতি ৰমাকান্ত।
পৰম পুৰুষ দেৱ অনন্ত ॥

সীতাক সম্বুধিয়া হনুমন্ত।
আকাশ লঙ্ঘি ডেৱ কৰিলন্ত ॥
মধ্য সমুদ্ৰ যেবে আসি পাইল।
কিল কিল কৰি শব্দ বজাইল ॥

জাম্বয়ে আদি যত বীৰগণ।
শব্দত জানিলা কাৰ্য্য শোভন ॥
হনুৱে গৈয়া তেতিক্ষণে পাইল।
দেখিয়া সবে আগ বাঢ়ি আইল ॥

সাদৰে দিলা স্থান বসিবাক।
বসিলা হনুৱে নমি তাৰাক ॥
জাম্বয়ে বোলে শুনা হনু বাপ।
কহিয়া গুচায়ো মনৰ তাপ ॥

হনুৱে পাছে কহিবাক লৈলা।
পন্থত যেন যেন কাৰ্য্য ভৈলা ॥

প্ৰথমে স্বৰেখা লাগ পাইলন্ত।
তেহে পৰীক্ষিয়া মায়া কৈলন্ত ॥
তাহাকে তৰিয়া গৈলো এড়াই।
মৈনাকে বাট ভেটিলন্ত যাই ॥
হঠাতে তাহাঙ্ক প্ৰণাম কৈলোঁ।
পাছে দুয়োহন্তে মৈত্ৰিতি ভৈলো ॥

অনন্তৰে আসাৰিকাক মাৰি।
গৈলো মহাবেগে সমুদ্ৰ তৰি ॥
সুবেল পৰ্ব্বতে পৰিলো গৈয়া।
পাছে তৈৰ হন্তে বেগে নামিয়া ॥

সন্ধ্যা ভৈল দেখি বিৰাগ বেশ।
ধৰি আন গৰে ভৈলো প্ৰবেশ ॥
সমস্তে ঘৰ বিচাৰিবে লৈলোঁ।
ৰাৱণ অভ্যন্তৰে পাছে গৈলোঁ ॥

ভীতাকাৰে সিতো আছে সুতিয়া।
দিব্য সুন্দৰী আছে আলিঙ্গিয়া ॥
মই বোলো ইতো জনক জীৱ।
দুঃখে শোকে মোৰ উড়িল জীৱ ॥

কেশ জুখি পাছে মুখ শুঙ্গিয়া।
মুহিকে জানিলোঁ শোক তেজিয়া ॥
অনেক বিচাৰি নপায়া লাগ।
বিস্তৰ কান্দিলোঁ মানি অভাগ ॥

পাছে সম্পাতিৰ বচন স্মৰি।
অশোক বনে গৈলো ৰঙ্গ কৰি ॥
দেখিলো সীতা কিংশপাৰ তলে।
আচন্ত অনেক ৰাক্ষসী মেলে ॥
প্ৰভাত হুয়াছে ৰাত্ৰি দেলোঁ।
কিংশপাতে লুকাই ৰহিলোঁ ॥

অনন্তৰে দুষ্ট ৰাৱণ আইল।
গালি দিয়া আই শান্তী খেদাইল ॥

দুপৰ বেলা অবসৰ পাইলোঁ।
প্ৰণামিয়া পাছে সবে কহিলোঁ ॥
ফল দিলা আই তাকে ভুঞ্জিলোঁ।
ৰাৱণৰ উপবন ভাঙ্গিলোঁ ॥

বিস্তৰ ৰাক্ষস মাৰিলো তাৰ।
সমৰে মৰিল অক্ষ কুমাৰ ॥
অনন্তৰে ইন্দ্ৰজিত যে আইল।
আমাক সিয়ো ঘোৰ যুদ্ধ দিল ॥

বন্দী কৈলে নাগ পাশ হানিয়া।
এড়াইতে পাৰো গৈলো বন্দী হুয়া ॥
ৰাৱণৰ পাশে মোক দিলেক।
কহিলোঁ সবে যত পুছিলেক ॥

লেজঁত মোৰ লগাইলেক জুই।
মই ডেৱ দিলোঁ আনন্দ হুই ॥
দৌলি আৰ গৈয়া পৰিলোঁ তাৰ।
যত আন ঘৰ পাইলো লঙ্কাৰ ॥

সমস্তকে দহি তুলিলো ছাই।
পাছে সীতা আইক দেখিলো যাই ॥
তাহাত বিদায় কৰি আসিলোঁ।
সুধিলা যত তাক সবে কৈলোঁ ॥

শুনিয়ো লোক দেখিয়োক কেন।
শ্ৰীৰাম সেৱকৰ বল যেন ॥
আইলা একেশ্বৰে শত্ৰু সংহৰি।
অনন্তৰে কহে বোলা হৰি হৰি ॥

---

# দৈত্যাৰি ঠাকুৰ।

## আত্ম পৰিচয়।

আছিলন্ত ৰাম— দাস নামে ভক্ত,
শঙ্কৰ দেৱৰ ঠাই।
সমস্ততে আগে শঙ্কৰ দেৱত,
তেহেঁ আছা ভক্তি পাই॥
মাধৱদেৱকো তেহেন্তে সে নিলা,
শঙ্কৰ দেৱৰ পাশ।
শঙ্কৰদেৱে সে দিলন্ত জানিবা,
তান নাম ৰামদাস॥
তাহান তনয় ভৈলা শোভনয়,
নামত ৰামচৰণ।
ৰাম চৰণত ৰমন্ত সতত
ৰামৰ চৰণে মন॥
মজিল সমূলি ৰাম ৰাম বুলি
সদায় কৰা কীৰ্ত্তন।
মাধৱ দেৱৰ ভাগিন হোৱন্ত
জানিয়য় সৰ্ব্বজন॥
তাহান সন্ততি আতি শিশু মতি
দৈত্যাৰি দিল নামত।
লিখিলোঁ পয়াৰ বন্ধে দুয়ো মহা-
পুৰুষৰ কথা যত॥

# শঙ্কৰদেৱ চৰিত্ৰ।

## তীৰ্থ যাত্ৰা।

আনে বুঝৈ লাগে আন বুঝিবে বোলন্ত।
শুনা আৰো এক দিন যেন কৰিলণ্ড॥
ৰামৰাম গুৰু আদি যত ভক্ত ঝাক।
আলোচিল সবে বৃন্দাবনক যাইবাক॥
এহি কথা শঙ্কৰৰ পত্নী শুনিলন্ত।
মাধৱদেৱক তেবে মাতি বুলিলন্ত॥
বোলে বাপু মাধৱ গোসাঞি বৃন্দাবন।
যাইবে খোজা তেবে মোৰ মিলিবে মৰণ॥
মাধৱে বোলন্ত আই যাইবাক খোজন্ত।
ৰামৰায় প্ৰমুখে আলোচ কৰিলন্ত॥
শুনি আই গোসানী বোলন্ত মাধৱক।
কিমতে বৰ্ত্তিবোঁ মই বাপু কহিয়োক॥
যদি বা গোসাঁই যান্ত বাপু বৃন্দাবন।
গৃহক আসিবে পুনু নুহিবেক মন॥
তিনি গুটি পুত্ৰ মোৰ হুইবে অনাথিতি।
মোহৰ মৰণ বাপু মিলিবে সম্প্ৰতি॥
শুনা বাপু গোঁসাইক নৰাখা তুমি যেবে।
তিনি পুত্ৰ সমে মোৰ বধ লাগে তেবে॥
মাধৱে বোলন্ত আই চিন্তা নকৰিব।
শঙ্কৰদেৱক মই উপায়ে ৰাখিব॥
এখন নুবুলি কিছু তান লগে যাইবোঁ।
পথৰ পৰাই মই ফিৰায়া আনিবোঁ॥
ইতো কথা আই তুমি কতো নকহিবা।
তোমাৰ চৰণে মোক আশীৰ্ব্বাদ দিবা॥
এহি বুলি মাধৱ থাকিল এক পাশ।
গোঁসানী বোলন্ত বাপু তোমাতে সে আশ॥

শৰীৰ সৰূপে থাকে জীৱ মোৰ যাই।
মাধৱে বোলন্ত চিন্তা নকৰিবা আই॥
শুনি আই গোঁসানী সন্তোষ মনে ভৈল।
শুনা আত পাছে আৰো যেন কথা ভৈল॥
শুনা সাধুজন দোষ নধৰিবা মোক।
ডাক ছাড়ি শঙ্কৰ মাধৱ বুলিয়োক॥

---

শুনা সাধু নৰ আত অনন্তৰ
যেন ভৈল কহোঁ তাক।
যিতো যিতো সবে বৃন্দাবন যাইবে
শঙ্কৰে বোলন্ত বাক॥
কৰা বিত্তমান কাহাত কিমান
খৰচা আছে প্ৰত্যেক।
যাত নাই আসি এখনে কহোক
আমাৰে সিতো খাইবেক॥
শুনি ভক্তচয় সমস্তে কহয়
যিমান যাত আছয়।
কেহোঁ কুড়ি ত্ৰিশ পঞ্চাশ চোল্লিশ
শতেকো কেহোঁ কহয়॥
কেহোঁ বোলে মোত একো নাহিকয়
শঙ্কৰে বোলন্ত তাক।
শুনিয়ো মাধৱ জানিবা মনত
পুষি নিবে লাগে আক॥
কহিয়ো উদাৰ কি আছে তোমাৰ
শঙ্কৰদেৱে পুছিল।
আতা মোৰ ঠাই কড়া একো নাই
উদাৰে কথা কহিল॥

যাৰ নাই মানে তাহাক আপুনে
শঙ্কৰে লগে লৈলন্ত।
কৰিয়া যুগুতি লোকে সমন্বিতি
শঙ্কৰ লগে গৈলন্ত॥
মাধৱে সহিত মনে হৰষিত
কৃষ্ণৰ চৰিত্ৰ কই।
গিদাৰি এড়াই বাহিৰ বিলাত
অনন্তৰে পাইলা গই॥
পাছে সেহি থানে এক গুটি টকা
উদাৰেয়ো ভঙ্গাইলন্ত।
দিন দুই মান ৰোজ নিবে তান
নেদেখিয়া পুছিলন্ত॥
বোলন্ত উদাৰ নেদেখোঁ তোমাৰ
ৰোজ নিবে কি কাৰণ।
এক গুটি টকা ভঙ্গাই আছোঁ আতা
উদাৰে বোলা বচন॥
উদাৰৰ বাণী শঙ্কৰেয়ো শুনি
ক্ৰোধ দৃষ্টি কৰি চাইলা।
বোলা মোৰ ঠাই একড়াৰো নাই
আবে টকা কৈত পাইলা॥
উদাৰে বোলন্ত এক গুটি টকা
আছিল আতা আমাৰ।
শঙ্কৰে বোলন্ত পূৰ্ব্বে কিয় মিছা
মাতিলা তেবে উদাৰ॥
নামেসে উদাৰ নোহয় তোমাৰ
উদাৰ চিত্ত নিশ্চয়।
মহা পাপ মিছা মাতন আমাৰ
আগে মিছা কথা কয়॥

মুখ চাইবে যোগ্য মুহিকে ইহাৰ
অল্প কৰি হাসিলন্ত।
কৰি ক্ৰোধ দৃষ্টি উদাৰক পিঠি
শঙ্কৰ দেৱে দিলন্ত॥
সমুখে শঙ্কৰ মুখ উদাৰৰ
মাস দিনো নচাইলন্ত।
ৰামৰাম গুৰু মাধৱদেৱৰ
বাক্যে ক্ৰোধ এড়িলন্ত॥
ভক্ত আগে মিছা বাক্য মহা পাপ
শঙ্কৰদেৱে কহিল।
সেহি দিন হন্তে অৰ্থক অনৰ্থ
উদাৰে মনে কৰিল॥
মনত হৰিষে শঙ্কৰ দেৱক
নমস্কাৰ কৰিলন্ত।
মাধৱ শঙ্কৰ আনো ভকতৰ
হৰিষ মনে ভৈলন্ত॥
আৰো এক দিন ভৈল কথা যেন
তাক সবে শুনিয়োক।
শঙ্কৰে বোলন্ত মাধৱ দেৱক
জাড়ে পীড়া কৰে মোক॥
একে লগে বাপু শুয়ো একে ঝাপে
তেবে জাড়ে পীড়িবেক।
নপাৰিবে মোক শুনিয়া এতেক
মাধৱদেৱে প্ৰত্যেক॥
কোনোমতে মই তোমাঠৈৰ লগে
শুইবে বাপ নপাৰিবোঁ।
লাগিবে তোমাৰ গাৱে হাত ভৰি
তেবে বাপ তল যাইবোঁ॥

শঙ্কৰে বোলন্ত নাই আত দোষ
শুয়োক মাধৱ তুমি।
যদি দোষ হয় মৰষিবোঁ মই
মাধৱে বোলন্ত আমি ॥
নপাৰিবোঁ শুইবে ক্ষেমিয়োক আবে
আৰ নুবুলিবা বাপ।
তোমাঠৈৰ বাক্য নকৰিলোঁ জানা
হুইবে মোতো মহাপাপ ॥
শঙ্কৰে বোলন্ত কিসক ই বোল
বুলিলা মাধৱ তুমি।
তেবেসে পাপক ভয় কৰিবাহা
যদি ভিন্ন তুমি আমি ॥
তোমাৰ আমাৰ নাহি ভিন পৰ
আসা এক লগে শুয়ো।
দিন চাৰি পাঞ্চ মান এহি মতে
অন্যাঅন্যি কৰা দুয়ো ॥
মাধৱ নোশোন্ত শঙ্কৰো নেৰন্ত
শুয়োক মোৰ লগত।
শঙ্কৰৰ বাণী বাধিবে নপাৰি
মাধৱদেৱে পাছত ॥
একে লগে পাৰা দুই খানি শয্যা
আগ পাছ কৰি তথা।
শোৱন্ত লগত শঙ্কৰ দেৱৰ
বুকু সমে দিয়া মাথা ॥
শঙ্কৰ শোৱন্ত মাধৱ দিৱন্ত
বস্ত্ৰ ঝাপি তান গাৱে।
আপোনাৰ বস্ত্ৰ এক ঝাপ কৰি
শোৱন্ত গৈয়া মাধৱে ॥

শঙ্কৰ দেৱৰ ঝাপৰ উপৰে
একখান হাত দিয়া।
ঝাপ আপোনাৰ উপৰে তাহাৰ
দিয়া শোন্ত সাবটিয়া॥
এহি মতে প্রতি দিনে শোন্ত লগে
শঙ্কৰৰ ৰঙ্গ মন।
পাপ দূৰ হৌক শঙ্কৰ মাধৱ
বুলিয়োক সৰ্ব্বজন॥

## চৈতন্যদেৱৰ দৰ্শন।

এহি মতে শঙ্কৰ মাধৱ চলি যান্ত।
যৈতে ৰাতি হোৱে গৈয়া তহিতে ৰহন্ত॥
বস্ত্র সলাই গৈয়া ঠাই মাধৱে আতান্ত।
বজাৰক গৈয়া বস্তু কিনিয়া আনন্ত॥

স্নান কৰি শঙ্কৰক ভোজন কৰান্ত।
তৈল লৈয়া তান দুই চৰণ জান্তন্ত॥
শঙ্কৰদেৱৰ নিদ্রা আসিলেক যেবে।
আদা খাৰ মাধৱে পাৱত দিয়া তেবে॥

লাসকৰি নমাই থৈয়া দুখানি চৰণ।
তেবেসে আপুনি গৈয়া কৰন্ত ভোজন॥
এহি মতে সেৱা নিতে মাধৱে কৰন্ত।
আন লোকে ফাতফোন্ত ঘুমটি পাৰন্ত॥

প্রভাতে উঠিয়া নিতে গমন কৰন্ত।
কৃষ্ণ চৈতন্যৰ গৈয়া থানক পাইলন্ত॥
পথত চলন্তে শিক্ষা দিলন্ত লোকক।
নকৰিবা কেহোঁ নমস্কাৰ চৈতন্যক॥

যিতো জনে নমস্কাৰ কৰৈ চৈতন্যক।
উলাটায়া তেহোঁ প্ৰণামন্ত সিজনক॥
মনে নমস্কাৰ তাঙ্ক কৰিবা এতেকে।
এহি বুলি শিখাইলন্ত লোক সমস্তকে॥

কৃষ্ণ চৈতন্য চন্দ্ৰ আছন্ত যথাত।
ভৈলন্ত শঙ্কৰ সূৰ্য্য প্ৰবেশ তথাত॥
কৃষ্ণচৈতন্য আছা মঠৰ ভিতৰ।
ব্ৰহ্মচাৰী কহিলন্ত আসিছা শঙ্কৰ॥

শঙ্কৰৰ নাম শুনি কৃষ্ণ চৈতন্যৰ।
মিলিল আনন্দ বাঝ ভৈলন্ত মঠৰ॥
দুৱাৰ মুখত ৰহি আছিলন্ত চাই।
দুয়ো নয়নৰ নীৰ ধাৰে বহি যাই॥

শঙ্কৰৰো নয়নৰ নীৰ বহে ধাৰে।
পথহন্তে নিৰখিয়া আছন্ত সাদৰে॥
কতোক্ষণে দুইকো দুই চাই প্ৰেম মনে।
পশিলা মঠত গৈয়া শ্ৰীকৃষ্ণ চৈতন্যে॥

নমাতিয়া দুইকো দুই নিদলা উত্তৰ।
পৰম হৰিষ মনে চলিলা শঙ্কৰ॥
অনন্তৰে যেন কথা ভৈল শুনিয়োক।
ৰামৰায় বুলিলন্ত দদা কহিয়োক॥

ৰামৰ চৰিত্ৰ শ্ৰদ্ধা মন শুনিবাক।
শুনিয়া শঙ্কৰদেৱে লৈলা কহিবাক॥
ৰামৰ চৰিত্ৰ কৈতে প্ৰেম উপজিল।
ৰামৰ চৰিত্ৰ কতো দূৰ কহি নিল॥

কৃষ্ণৰ চৰিত্ৰত মন মজিছে একান্ত।
কৃষ্ণৰ চৰিত্ৰ কহিবাক লাগিলন্ত॥
কৃষ্ণৰ চৰিত্ৰ কহি কতো দূৰ গৈল।
ৰামৰ চৰিত্ৰ ৰৈল মনতো নভৈল॥

ৰামৰায় কতোক্ষণে বুলিলন্ত তেবে।
কৃষ্ণৰ চৰিত্ৰ দেখোঁ দদা কৰা এবে ॥
সুধিলোঁ শ্ৰদ্ধায় ৰামচৰিত্ৰে শুনিতে।
শুনিয়া শঙ্কৰদেৱে লাগিলা বুলিতে ॥

কৃষ্ণৰ চৰিত্ৰ মোৰ আলোৰিল চিত্ত।
কৃষ্ণ চৰিত্ৰত মোৰ মজি থাকে নিত ॥
এতেকে তেজিয়া ৰাম চৰিত্ৰ এৰিয়া।
কৃষ্ণৰ চৰিত্ৰক আইলা নজানোহাঁ হিয়া ॥

ৰামৰাম গুৰু আদি কেহোঁ নজানিল।
ৰামৰ চৰিত্ৰ কোন সময়ে ৰহিল ॥
কোন সময়ত কৃষ্ণ চৰিত্ৰ পড়িল।
আপুনি শঙ্কৰদেৱে আক নজানিল ॥

যাতো কৃষ্ণ চৰিত্ৰৰ প্ৰেম ৰসে আতি।
আনন্দত আকুল কৰিলে তান মতি ॥
এক দিনা যান্তে দেৱে বড় মেঘ দিলা।
শঙ্কৰদেৱক দেৱমাধৱে বুলিলা ॥

আসে বৰিষণ আতা বড় মেঘ দিল।
মাধৱৰ বাণী শুনি শঙ্কৰে চাহিল ॥
মাধৱ দেৱক হাসি বুলিলা বচন।
দেউক দেৱে মেঘ আজি নাহি বৰিষণ ॥

চলি যান্ত শঙ্কৰ মাধৱ দুয়ো জন।
কতোক্ষণে গুচিল সমস্তে মেঘ গণ ॥
আৰো এক দিন সবে লোকে সমে যান্ত।
মেঘ খানি দিলে শঙ্কৰে দেখিলন্ত ॥

দোন গোট মান ঠাই জুড়িয়া আছয়।
মাধৱদেৱক দেৱশঙ্কৰে বোলয় ॥
দেখিয়োক মাধৱ কুচিত মেঘ খানি।
ভিজাইবেক আমাক বুলিলোঁ নিষ্ঠ বাণী ॥

কৈত দেখা মেঘ আতা মাধৱে বোলন্ত।
হেৰ নেদেখাহাঁ বুলি শঙ্কৰে দেখান্ত ॥
বোলন্ত মাধৱে এহি মেঘ কি কৰিব।
শঙ্কৰে বোলন্ত আৰ প্ৰভাৱ দেখিব ॥

এতেক বোলন্তে ভৈল তলাই খান মান।
দেখিয়া শঙ্কৰদেৱে বোলা বিদ্যমান ॥
প্ৰভাৱক মেঘৰ মাধৱ বুঝিয়োক।
মাধৱে বোলন্ত বৃষ্টি নাই চলিয়োক ॥

এতেক বোলন্তে ধান দোন ভুঞি মান।
বোলন্ত শঙ্কৰে দেখা মাধৱ প্ৰমাণ ॥
মাধৱে বোল হৌক চলি যায়ো তুমি।
আনে বৃষ্টি যদিবা উপায় পাইবোঁ আমি ॥

আৰো কতোক্ষণে পাছে দেখন্ত শঙ্কৰে।
ধান পুৰাকৰো ভুঞি জুড়িল উপৰে ॥
বোলন্ত শঙ্কৰ কেন মেঘ দেখিয়োক।
ৰহিবাক লাগি মাত্ৰ ঠাই চাহিয়োক ॥

মাধৱে বোলন্ত মেঘে জুড়িয়া আসয়।
বৰিষিৱে হেন ইতো জানিলোঁ নিশ্চয় ॥
হাঁসিয়া শঙ্কৰে বোলা বৰিষিবে নিকি।
অল্প মেঘে মাধৱ কৰিবে ইতো কি ॥

মাধৱে বোলন্ত আতা আত চিত্ৰ কেনে।
আনিব তোমাৰ বোলে মেঘে বৰিষণ ॥
বিনা মেঘে বোলা যদি তথাপি হৈবেক।
কনিয়াইবে লৈল মেঘে বোলন্ত এতেক ॥

কতোহোঁ দূৰত এক নগৰ আছয়।
তৈতে গৈয়া ৰহিবে সমস্তে লৰড়য় ॥
মহাবেগে লৰড়ন্ত মাধৱ শঙ্কৰ।
আধা ভিজা হুয়া সৱে পশিল নগৰ ॥

আগৰ যতেক অল্প মাত্রসে ভিজিল।
মধ্যৰ যতেক আধা ভিজা হুই চাপিল ॥
পাছৰ যতেক তাৰা সমূলি ভিজিল।
এক ক্ষত্রিয়ৰ গৈয়া ঘৰত চাপিল ॥

মৰদ নাহিকে ঘৰে স্ত্রীগোট আছে।
ঘৰ গোট আৱজৰাই দিলা তাঞো পাছে ॥
সমস্তে চাপিলা সেহি ঘৰৰ ভিতৰ।
সিড়ি গোটে আছা থিয়ে আৱজি শঙ্কৰ ॥

তলক নিৰখি হাতে মালা গাছি ধৰি।
ৰাম কৃষ্ণ নাম মুখে উচ্চাৰণ কৰি ॥
ক্ষত্রিয়ৰ স্ত্রীগোট আগতে আছয়।
থিউ হুয়া শঙ্কৰ দেৱক নিৰীক্ষয় ॥

মস্তকৰ পৰা তান চৰণ পর্য্যন্ত।
পদহন্তে মস্তকক লাগি নিৰীক্ষন্ত ॥
এহি মতে পুনু পুনু শঙ্কৰ দেৱক।
দণ্ড চাৰি পাঞ্চ মানে চাহি আছিলেক ॥

সমস্ত লোকৰ মনে আশঙ্কা মিলিল।
শঙ্কৰৰ ৰূপ দেখি কামে পৰশিল ॥
তাতেসে আনৰ ভিতি চক্ষু নটলয়।
এক দৃষ্টি কৰি শঙ্কৰক নিৰীক্ষয় ॥

মদন মোহন ৰূপ শঙ্কৰ দেৱৰ।
ইতো স্ত্রী হাজাৰতো কৰিয়া সুন্দৰ ॥
আৰো নগৰীয়া স্ত্রী পসাৰি নিশ্চয়।
এহি মতে লোকে মনে পৰামৰিষয় ॥

দণ্ড ছয় বৰিষি এড়িল বৰিষণ।
শঙ্কৰদেৱৰ চলিবাক ভৈল মন ॥
সেহি বেলা স্ত্রীগোটে শঙ্কৰদেৱৰ।
চৰণত ধৰি বোলে বিনয় বিস্তৰ ॥

কিনো অভাগ্য আজি স্বামীৰ আমাৰ।
আছে পাপ নেদেখিলে চৰণ তোমাৰ॥
যদি আজি ঘৰত আছিলহন্তে স্বামী।
তেবে আমি তোমাক ৰাখিলোঁহন্তে আমি॥

কিন্তু খালি ঘৰ নুহি ৰাখিত উচিত।
নপাইলোঁ পাতকী তযু চৰণ অৰ্চ্চিত॥
গোকুলৰ কানু যিতো তুমি সেহি জন।
মোৰ ভাগ্যে গৃহে আসি ভৈল উপসন॥

পাঞ্চ টকা একটুক কাপড় দিলেক।
চৰণত ধৰি বোলে বিনয় অনেক॥
এহি চৰণত মন ৰহোক আমাৰ।
স্বামীৰো ৰহোক মন চৰণে তোমাৰ॥

এহিমানে আশীৰ্ব্বাদ কৰিয়োক মোক।
হেন শুনি বিস্ময় ভৈলেক সবে লোক॥
কিন্তু বিচক্ষণ এইৰ যুদ্ধি বিপৰীত।
কিমতে ঈশ্বৰ বুলি কৰিলে নিশ্চিত॥

এহি বুলি তাইক বাৰম্বাৰ প্ৰশংসিল।
কতো দূৰ লাগি এহি কথাক কহিল॥
দেখা সাধুজন সব থিৰ কৰি মনে।
শঙ্কৰদেৱৰ মহিমাক কোনে জানে॥

পৰম অজ্ঞানী স্ত্ৰীয়ো যাৰ সকাশত।
তেখনে ঈশ্বৰ বুলি জানিল মনত॥
জানি হৰি ভক্তি ইচ্ছা কৰে যিতো লোক॥
ডাক ছাড়ি শঙ্কৰ মাধৱ বুলিয়োক॥

আত অনন্তৰে শুনা সাধু নৰ
শঙ্কৰ মাধৱ দুই ।
চলন্তে পথত কৃষ্ণ লীলা যত
সুমৰি আনন্দ হুই ॥
প্ৰেমৰ ভৰত সমস্তে লোকত
কৃষ্ণৰ চৰিত্ৰ কই ।
চলন্ত শঙ্কৰ পাইলা অনন্তৰ
কবিৰাৰ থান গই ॥
স্ত্ৰী এক দেখিল তাহান্তে পুছিল
কবিৰাৰ কোন আছে ।
তাসম্বাৰ বাণী শুনি অনুমানি
তায়ো বুলিলেক পাছে ॥
আৰা সব বিষ্ণু ভকত এতেকে
কবিৰক পুছিলন্ত ।
কবিৰৰ ঝীৰ নাতিনী আমিতো
এহি বুলি কহিলন্ত ॥
তোৰা সব কোন দেশী কি কাৰণে
কোন আছে কবিৰৰ ।
বুলিয়া পুছিলা তাৰায়ো কহিল
পুছিলোহোঁ দেখিবাৰ ॥
তাঞো বিচক্ষণ তাৰাৰ বচন
মহা মৃদুতৰ শুনি ।
আৰা সব মহা বৈষ্ণৱ বুলিয়া
জানিলা মনত গুণি ॥
স্বামীৰ শিৰৰ পাগ গাছ আনি
মাটিত পাৰিয়া দিল ।
ইহাতে চৰণ মুছিয়োক সবে
কাৰুণ্য কৰি বুলিল ॥

আমাৰ খসম দুৰ্ভাগী পৰম
তোৰাক নপাইলে লাগ।
এহি পাগ মাথে লৈলে পাইলে ধূলা
মিলিবে তাহাৰো ভাগ॥

কাৰুণ্য বচন শুনিয়া তাহান
শঙ্কৰে বোলা চাহিয়া।
প্ৰথমে পাগৰ উপৰত ভৰি
ৰামৰাম গুৰু দিয়া॥

বোলন্ত গুৰুৱে দিয়ো তোমৰায়ে
কিয় পাৱ দিবোঁ আমি।
অন্যাঅন্যি কৰি দুইহস্তো বোলন্ত
পাগে পাৱ দিয়ো তুমি॥

শঙ্কৰে বোলন্ত ৰামৰাম গুৰু
পাগত পাৱ নেদিল।
সকৰুণ মনে শঙ্কৰে চৰণে
সিতো পাগ পৰশিল॥

কবিৰ নাতিনী গুৱা পাণ আনি
তাৰা সকলক দিল।
অনেক সাদৰি আণ্ঠু জাম্বু পাৰি
প্ৰেম মনে প্ৰণামিল॥

যিমতে পাগৰ ধূলা নপড়য়
লাস কৰি চপাই নিল।
তাৰাসবো তাঙ্ক মধুৰ বচনে
আস্বাস কৰি চলিল॥

অনন্তৰে গৈয়া পাইল তীৰ্থ গয়া
সব লোক হৰষিত।
তীৰ্থৰ যতেক কৰ্ম্ম দান আদি
আচৰিলা বিধিৱতে॥

পাছে বৃন্দাবন যাইবে ভৈল মন
শঙ্কৰ দেৱৰ জানি।
ৰামৰাম গুৰু ৰামৰায় আদি
উল্লসিল সবে প্ৰাণী ॥
মনত উৎসুক কৰন্ত কৌতুক
আমি যাইব বৃন্দাবন।
আই গোসানীৰ বচন সুমৰি
মাধৱৰ নাই মন ॥
বোলন্ত শঙ্কৰে মাধৱ তোমাৰ
উৎসুক নেদেখোঁ মনে।
নিৰন্তৰে লোক কৰয় কৌতুক
চলি যাই বৃন্দাবনে ॥
বোলন্ত মাধৱে নপাৰিবোঁ আতা
মই যাইবে বৃন্দাবন।
শুনিয় যিমত নেদেখি সিমত
কুচিত কৰিব মন ॥
কৃষ্ণৰ লগৰ বিনোদ সকল
কৃষ্ণৰ লগতে গৈল।
আবে সেহি কেলি বিনোদ কৌতুক
তোমাৰ সঙ্গতে ভৈল ॥
তোৰা সব যায়ো বৃন্দাবন চায়ো
আমি চলি যাইবোঁ ঘৰ ॥
মাধৱৰ বাণী মনে অনুমানি
বুলিলা পাছে শঙ্কৰ ॥
মাধৱ চলিয়ো বৃন্দাবন যায়ো
তথাত ভকতচয়।
আছে তাসম্বাক দেখি গৈয়া হোক
আমাৰ ভাগ্য উদয় ॥

তাৰা সব কেন মতে প্ৰবৰ্ত্তয়
তাহাকো গৈয়া দেখিয়ো।
আমি যিতো ধৰ্ম্ম কহোঁ ছুই মুই
তাহাৰো প্ৰমাণ লৈয়ো ॥

শঙ্কৰদেৱৰ বচন শুনিয়া
মাধৱে পাইলন্ত ছল।
তোমাৰ বাক্যত প্ৰত্যয় নভৈল
সিজিল কাৰ্য্যসকল ॥

আনত সুধিয়া প্ৰত্যয় কৰিব
ভাল বুলিলাহা তুমি।
যাৰ লাগে যাউক প্ৰত্যয় কৰোক
নযাইবোঁ নযাইবোঁ আমি ॥

চিত্ত মাধৱৰ বুঝিয়া শঙ্কৰ
বোলা যাওঁ বৃন্দাবন।
শুনি ৰামৰায় মাধৱক চাই
বুলিলা পাছে বচন ॥

দদাৰ বচন মাধৱ এখন
কিসক বাধিয় তুমি।
বৃন্দাবন থান দেখি বিদ্যমান
আসিয়োক যাও আমি ॥

মাধৱে বোলন্ত ভাল বুলিলাহাঁ
বৃন্দাবন থানে যাইবোঁ।
শঙ্কৰৰ বাক্যে সংশয় নুগুচে
আনত প্ৰত্যয় লৈবোঁ ॥

মাধৱৰ বাণী ৰামৰায় শুনি
নপাইলা খুজি উত্তৰ।
নযাই বৃন্দাবন গৃহ যাইবে মনে
চলিলা ফিৰি শঙ্কৰ ॥

এক দিন এক নগৰে ৰহিলা
গৃহস্থে নেদয় ঠাই ।
কিছু দিয়ো আক তেবে দিবে থান
শঙ্কৰে দিলা উপায় ॥
পাছে কিছু পাই দিলা সিতো ঠাই
তাতে ৰহিলন্ত গৈয়া ।
গৃহস্থৰ ঘৰে আৰো জনাচাৰি
আগে আছে তাৰা ৰৈয়া ॥
ঢাকিয়া কাপড়ে তাহাৰ ভিতৰে
তাৰা সব শুতি আছে ।
কৰিয়া ভোজন কৰিলা শয়ন
শঙ্কৰদেৱে যে পাছে ॥
প্ৰভাতে চেতন পায়া দুয়োজন
শয্যাৰ পৰা উঠিলা ।
কাপৰ গুচাই দুইকো চাই চাই
আনন্দ দুয়ো লভিলা ॥
মাতি তাসম্বাক পুছিলা কথাক
শঙ্কৰদেৱ সাম্প্ৰতে ।
কোন দেশী তোৰা যাইবা কৈক কৱা
কহিলা তাৰা পাছত ॥
হন্তে বৃন্দাবন ৰূপ সনাতনে
পঠাইলন্ত আমাসাকে ।
শঙ্কৰে কিমতে ভাগৱত ধৰ্ম্ম
প্ৰৱৰ্ত্তান্ত গৈয়া তাকে ॥
জিজ্ঞাস কৰিয়ো পৰিচয় হুয়ো
আমাৰ কথা জনায়ো ।
শঙ্কৰৰ কথা আমাৰ আগত
আসিয়া তাক কহিয়ো ॥

হেন কথা শুনি                    শঙ্কৰ দেৱৰ
আনন্দৰ নাহি পাৰ।
মহা অনুৰাগে                    তাসম্বাৰ আগে
কৈলা কথা আপোনাৰ॥
যিমতে পাইলন্ত                    ভাগৱত শাস্ত্ৰ
যেন মতে প্ৰৱৰ্ত্তন্ত।
আদি অন্ত যত                    সমস্তে কথাক
তাসম্বাত কহিলন্ত॥
শুনি তাসম্বাৰ                    আনন্দ অপাৰ
ভাল ভৈল বুলিলন্ত।
আমি ৰূপসনা—                    তনৰ ভাগিন
বুলি তেবে কহিলন্ত॥
শঙ্কৰে বোলন্ত                    ইমত বেশক
ধৰিলা তোৰা কিসক।
তেবে সে ভ্ৰমিবে                    পাৰিয়া বুলিয়া
তাৰা সবে কহিলেক॥
ৰঙ্গা বস্ত্ৰ দণ্ড                    কমণ্ডলু দেখি
লোকেয়ো কৰে সৎকাৰ।
ইমত বেশক                    নধৰিলে পুনু
নিমিলে জানা আহাৰ॥
এহিসে কাৰণে                    ইমত বেশক
আমি সবে ধৰিছয়।
কিন্তু আত পুনু                    বিশ্বাস নাহিকে
জানিবা আক নিশ্চয়॥
পাছে দুইতো দুই                    কৰিয়া বিদায়
দুয়ো জন লড়ি গৈল।
আৰো কতো দিনে                    ৰৈল এক থানে
শুনা তৈত যেন ভৈল॥

একেশ্বৰে এক বুঢ়ী আছে তৈত
পসাৰ খানি দিৱয় ।
মাধৱে বেসাতি কিনিবাক গৈলা
ভৈল তাইৰ ভাগ্যোদয় ॥
কৈৰ পৰা তোৰা আসি আছা বাপু
বুলিয়া পাছে পুছিল ।
শঙ্কৰদেৱৰ কথা নিৰন্তৰ
মাধৱে তান্ত কহিল ॥
তৈৰে পৰা চাই শঙ্কৰদেৱক
আণ্ঠু পাৰি প্ৰণামিল ।
ইহাৰে বেসাতি কিনা আজি বুলি
আদটকি গোট দিল ॥
মাধৱে ভঙ্গায়া বেসাতি কিনিয়া
মনত আনন্দে গৈলা ।
ৰামৰাম গুৰু আদি ভক্ত সবে
শঙ্কৰদেৱে ভুঞ্জিলা ॥
ভোজনৰ অন্তে শঙ্কৰে পুছন্ত
কড়িক লেখি নলৱা ।
নলাগে আজিৰ লেখা কৰিবাক
বেসাতি গৈ আছে পাৱা ॥
একবুঢ়ী শুনি তোমাঠৈৰ কথা
আদ টকি গোট দিল ।
তাহাকে ভঙ্গায়া বেসাতি কৰিয়া
ভোজন আজি কৰিল ॥
শঙ্কৰে বোলন্ত কোটি কোটি যজ্ঞ
কৰিলা বুঢ়ী নিশ্চয় ।
এহি শুনি ৰাম— ৰাম গুৰু আদি
ভকত যত আছয় ॥

গাৱে গাৱে এক　　আদ টকি কৰি
　　প্ৰতি দিনে দিনে দিল।
লেখা কৰিবাৰ　　নেদেখি শঙ্কৰ
　　প্ৰত্যেক দিনে পুছিল॥
মাধৱে কহন্ত　　ভকতে দিয়ন্ত
　　শঙ্কৰে পুনু পুছন্ত।
কোন ভক্তে দেন্ত　　নাম ধৰি কোৱা
　　মাধৱ দেৱে কহন্ত॥
কালি ৰামৰাম　　গুৰুৱে দিলন্ত
　　আজি ৰামৰায় দিল।
সি আদ টকিক　　কেহোঁ সম নুহি
　　শঙ্কৰে হাসি বুলিল॥
দেখাদেখিতেসে　　দিয়া তুমি সবে
　　তেঁ পুনু দিল শ্ৰদ্ধায়।
এতেকে তাহাৰ　　সম নুহি পুনু
　　বুঝিবাহা অভিপ্ৰায়॥
শুনা সাধু নৰ　　পাপ অৰণ্যৰ
　　ইতো কথা হুতাশন।
নাশৈ মন্দ কোষ　　হোৱৈ চিত্ত শুদ্ধ
　　মহাপুণ্য সঞ্চয়ন॥
দুৰ্গতি তাৰণ　　মুকুতি কাৰণ
　　মহা সুখ বিবৰ্দ্ধন।
গুৰু গুণগণ　　কথাৰ স্মৰণ
　　ভক্তিৰ মূল কাৰণ॥
গুৰুৰ চৰণ　　কৈলে সুমৰণ
　　নাশয় সংসাৰ বন্ধ।
বুলিয়ো সত্বৰ　　মাধৱ শঙ্কৰ
　　লভিবা পৰমানন্দ॥

---

এহি মতে আসি পাইলা বাহিৰ বিলাত।
কিনিবাক চাউল পাতি নপাইলা তথাত ॥
পড়ে উপবাস আজি বোলে সবে লোক।
চাউল কিনিবাক নপাই আবে কেনে হৌক ॥

মাধৱে বোলন্ত হাঁসি কড়ি দিয়ো মোক।
মই চাউল আনো জনা চাৰি আসিয়োক ॥
এহি বুলি জনা চাৰি লগত লৈলন্ত।
চাউল কিনিবাক লাগি গ্ৰামক গৈলন্ত ॥

কান্দে বুঢ়ী একজনী পুত্ৰক লাগিয়া।
খাটিবে পুতেক গৈল বাৰ্ত্তাক নপায়া ॥
শুনিলে অনেক লোক যুদ্ধত পড়িল।
কিবা ভৈল পুত্ৰ বুলি বিস্তৰ কান্দিল ॥

সেহি বেলা গৈয়া দেৱ মাধৱ পাইলন্ত।
কিয় কান্দা হৰিৰ ঝী বুলি পুছিলন্ত ॥
তাঞো বোলে বাপু বেটা খাটিবে গৈলেক।
বোলে লোক অনেক যুদ্ধত পৰিলেক ॥

নজানোহোঁ মোহোৰ বাপুৰ কিবা ভৈল।
এহি বুলি বুঢ়ী পুনু কান্দিবাক লৈল ॥
মাধৱে বোলন্ত বুঢ়ী নকান্দিবি তই।
তোৰ পুতেৰক দেখি আছোঁ মাত্ৰ মই ॥

বুঢ়ী বোলে বাপু জুনু মিছায়ে কহিলা।
মোহোৰ পুত্ৰক তুমি সঞ্চায়ে দেখিলা ॥
চেপটা মৰদ গোট কলীয়া নিশ্চয়।
বছৰ পাঞ্চশ মান হৈবাক পাৰয় ॥

আগ দ'ন্ত ছলা দাৰি গোঁফ নৈগাজয়।
এহু পুত্ৰ গুটি তোৰ হোৱয় নোহয় ॥
বুঢ়ী বোলে হুই বাপু এহু পুত্ৰ মোৰ।
নিষ্ঠ কৰি কহ বাপু বালাই লঞো তোৰ ॥

মাধৱে বোলন্ত বুঢ়ী চিন্তা নকৰিবি।
অল্পতে আসিব তোৰ পুতেৰ জানিবি ॥
নাহিকে মৰণ বুঢ়ী পুতেৰৰ তোৰ।
জানিবি বচন বুঢ়ী নিষ্ঠ কৰি মোৰ ॥

হেন শুনি ক্রন্দন এড়িল বুঢ়ি বেটী।
তাপ দূৰ ভৈল যেন অমৃতৰ বৃষ্টি ॥
এক কায বুঢ়ী তই আমাৰ কৰিয়ো।
চাউল দোন দুই মান কিনি আনি দিয়ো ॥

বুঢ়ী বোলে চাউল বাপু কিনিবে নলাগে।
দোন দুই আঢ়াই চাউল দিল আনি আগে ॥
সেৰেখন লোণ তেল টেকেলি খেনেক।
মুগ ডালি আদ দোন খেনেক দিলেক ॥

মাধৱে বোলন্ত দৰ দেহ দেওঁ কড়ি।
নলাগয় কড়ি বাপু বুলিলেক বুঢ়ী ॥
পুত্ৰৰ বাৰ্ত্তাক মোত কহিলাহা তুমি।
তোমাক কি দিবোঁ বাপু নিমাখিতি আমি ॥

হেন শুনি সবে সাজ মাধৱে লৈলন্ত।
শঙ্কৰদেৱৰ সবে পাশক গৈলন্ত ॥
দেখিয়া শঙ্কৰে হাসি বুলিলন্ত বাণী।
মাধৱে সকলে সাজ ঠেকাইলন্ত আনি ॥

কহিলা মাধৱে কথা শঙ্কৰদেৱতে।
চাউল আদি বস্তু সব পাইল যেন মতে ॥
শুনিয়া শঙ্কৰদেৱে হাসি তুলিলন্ত।
ৰামৰাম গুৰু আদি সমস্তে হাঁসন্ত ॥

শঙ্কৰে বোলন্ত মিছা মাধৱ মাতিলা।
ভুৰুকাই সবে সাজ বুঢ়ীৰ আনিলা ॥
মাধৱে বোলন্ত আতা মিছা নমাতিলোঁ।
গুণি চাৱা সবে কথা স্বৰূপ কহিলোঁ ॥

ঈশ্বৰৰ অংশ জীৱ নাইতো মৰণ ।
যাৰে ভক্ত মুহি তাৰে কলীয়া বৰণ ॥
কোনো জনমত লাগ পায়া আছোঁ তাক ।
কোন খানি মই কহিলেহোঁ মিছা বাক ॥

মৰে মহাতাপত পুত্ৰৰ শোকে পুড়ি ।
তাপ দূৰ ভৈল সুস্থ মন ভৈল বুঢ়ী ॥
ভক্তে সমে তোমৰা ভুঞ্জিবা মুঠি এক ।
এতেকতে সুবাসনা লাগ ধৰিবেক ॥

সকল প্ৰকাৰে তাইৰ হিতক চিন্তিলোঁ ।
কেন মতে মই মিছা বোলন্ত মাতিলোঁ ॥
ভাল ভাল বুলিয়া শঙ্কৰে প্ৰশংসিল ।
সমস্তে ভকত সমে ভোজন কৰিল ॥

ৰজনী প্ৰভাত জানি পাছে লড়ি গৈল ।
শুনা আৰো একদিন যেন কথা ভৈল ॥
চিলায়াৰ দেৱানৰ বিলাত পাইলন্ত ।
নদী তীৰে বাছড়া থানত ৰহিলন্ত ॥

ঝুমুড়ি ।

সিয়ো দিনা সেহি মত ।
চাউল আদি বস্তু যত ॥
কিনিবাক নপাৱন্ত ।
বসি পাছে আলোচন্ত ॥
আজি কি কৰিবা আবে ।
চাউল বস্তু নাহি পাইবে ॥
মাধৱক চাহিলন্ত ।
শঙ্কৰদেৱে বুলিলন্ত ॥
মাধৱ চলিয়ো তুমি ।
উপবাসে ৰৈলোঁ আমি ॥

আজি যেন তেন মতে।
ভোজন কৰাৱা পথে॥
মাধৱ বোলন্ত যাইবোঁ।
এখনে সকলে পাইবোঁ॥
তযু পদ প্ৰসাদত।
কি দুলভ সংসাৰত॥
জন চাৰি লগে লৈল।
ৰঙ্গ মনে চলি গৈল॥
মনত আলচি যান্ত।
যেনে তেনে বুলিলন্ত॥
আজি এক বুদ্ধি কৰোঁ।
ঠাকুৰিয়াক গৈয়া ধৰোঁ॥
এহি বুলি যান্ত ধাই।
একজন পথে পাই॥
এখন কাহাৰ গ্ৰাম।
ঠাকুৰিয়াৰ কি নাম॥
এহি বুলি পুছিলন্ত।
সিয়ো সবে কহিলন্ত॥
লগে যিটি জন যান্ত।
পথত শিখায়া নেন্ত॥
দাপিবোঁ দুপিবোঁ আমি।
কিছু নুবুলিবা তুমি॥
এহি বুলি চলি যাই।
একজন লাগ পাই॥
বোলা অৰে শুনহে।
ঠাকুৰিয়াক দেখাই দে॥
সিয়ো তাসম্বাক নিল।
ঠাকুৰিয়াক দেখাই দিল॥
ঠাকুৰিয়াক দেখি আগে।
মাতিবে লাগিল ৰাগে॥

বান্ধ বান্ধ কৰা চাই।
শুনি মাত বোল নাই॥
কৰে কাউবাউ আতি।
কহিলন্ত কথা মাতি॥
দেৱানৰ শ্বশুৰ দুই।
আছন্ত পথত ৰই॥
নাহি তান বাসা ঘৰ।
ভুঞা পাতি থিত কৰ॥
শুনি ঠাকুৰিয়া গই।
ভুঞা পাতি সাজি লই॥
ডাক দি লোকক নিল।
বাসাঘৰ সাজি দিল॥
যোগাইলেক ভুঞা পাতি।
দিলন্ত বিদায় মাতি॥
মাধৱক চাহিলন্ত।
শঙ্কৰে হাসি বুলিলন্ত॥
আজি মাধৱ কি কৰিলা।
মাধৱে সমস্তে কৈলা॥
শুনি সবে হাসিলন্ত।
ভোজনক কৰিলন্ত॥
সুখে তৈতে আছিলন্ত।
প্ৰভাততে লড়িলন্ত॥
সুমৰিয়া ৰাম হৰি।
যান্ত মহা ৰঙ্গ কৰি॥
পাছে বড়পেটা থান।
পাইলা আসি বিদ্যমান॥
দেখি আই গোসানীৰ।
তেবে মন ভৈল থিৰ॥
নমস্কাৰ কৰি যাই।
মাধৱে বোলন্ত আই॥

তযু আশীৰ্ব্বাদে গই।
আসিলোঁ আতাক লই॥
বোলা আই মাধৱক।
সুখে বাপু থাকিয়োক॥
পাপৰ ভণ্ডাৰ পোলা।
শঙ্কৰ মাধৱ বোলা॥

---

# বিদ্যাচন্দ্র কবিশেখৰ আগমাচাৰ্য্য।

আত্ম পৰিচয়।

সৰ্ব্বদেশে ৰাজা ভৈলা সেহি দিনা ধৰি।
ইন্দ্ৰৰ প্ৰভাৱে পাইলা দেশ দেশান্তৰি॥
সেহি বংশে ৰাজেশ্বৰ সিংহ নৰপতি।
শান্ত দান্ত শিষ্ট মিষ্ট আতি শুদ্ধ মতি॥

প্ৰতাপ প্ৰকাশ কীৰ্ত্তি নীতি আতিশয়।
দানী মানী মহাজ্ঞানী সদয় হৃদয়॥
তাহান তনয় চাৰুসিংহ মহামতি।
গুণীগণ মধ্যে শ্ৰেষ্ঠ বিপুল শকতি॥

পিতৃ মাতৃ গুৰু ইস্ট দেৱতা ভকত।
আপুনি চতুৰ সৰ্ব্ব শাস্ত্ৰৰ অৰ্থত॥
তান পত্নী প্ৰেমদা নামত মনোনীতা।
সৰ্ব্ব গুণৱতী যেন দ্ৰুপদ দুহিতা॥

স্বামী চৰণত ভক্তি কৰে সৰ্ব্বক্ষণ।
সপত্নী গণৰ মধ্যে ৰোহিনী যেহেন॥
তাসম্বাৰ আজ্ঞা মুক্তা মালা শিৰে ধৰি।
শ্ৰীকবি শেখৰ ভট্টাচাৰ্য্য দ্বিজ হৰি॥

ভাষা বন্ধে নিবন্ধিত হৰিবংশ পদ।
শুনা নিঃশবদে শুদ্ধ বুদ্ধ সভাসদ॥
সামান্যৰ কৃত্য বুলি নধৰিবা দোষ।
হৰি কথামৃতে কৰা চিত্তক সন্তোষ॥

# হৰিবংশ।

## ( ৰাধা কৃষ্ণৰ প্ৰথম দৰ্শন )

একদিনা ৰাধা আদি যত গোপীগণ।
জল আনিবাক গৈলা আনন্দিত মন॥
বসি আছে কৃষ্ণ আদি বালক সকল।
সেহি বেলা ৰাধা গৈয়া ভৰি আনে জল॥

ৰাধাৰ যৌবন ৰূপ দেখিয়া সুবেশ।
অন্তৰে কৃষ্ণৰ ভৈলা হৰিষ বিশেষ॥
মায়া কৰি কন্যাগণ অন্তৰাইলা পাছে।
কৃষ্ণকো এৰিলা গোপগণে ৰাধা কাছে॥

অল্প অল্প হাস্য কৰি বোলে নাৰায়ণ।
শুন সুবদনী ৰাধা আমাৰ বচন॥
আমাত নুপুছি তুমি নিয়া কেনে জল।
কাৰ পুত্ৰী কাৰ ভাৰ্য্যা কহিয়ো সকল॥

কোন খানে থাকা তুমি ফুৰা কাৰ ঘৰ।
তোৰ ৰূপ দেখি মোৰ দহে কলেবৰ॥
আলিঙ্গন দিয়া মোৰ ৰক্ষা কৰা প্ৰাণ।
তযু সম সুন্দৰী নাহিকে একো থান॥

বিধাতা মিলাইল আনি মোৰ কৰ্ম্ম ফলে।
তোমাৰ সমান নাৰী নাহি ৰবিতলে॥
দেখি তোৰ বদন কমল মনোহৰ।
আকাশত থাকি তপ কৰে শশধৰ॥

পুনু পুনু জন্ম ধৰো বোলে বাৰম্বাৰ।
কোন মতে সম হও বদন ৰাধাৰ॥
সম হুইবে নপাৰিয়া পাছে চন্দ্ৰে লাজে।
লুক দিয়া থাকে গৈয়া মেঘগণ মাঝে॥

মধুৰ কমল মুখে মৃদু মৃদু হাস।
সৰোবৰে হংস যেন দশন প্ৰকাশ ॥
সূৰ্য্য বিম্ব সম নোহে বদন সমান।
মেঘত লুকায়া থাকে পায়া অপমান ॥

শতপত্ৰ কমলেও নুহি সৰি বৰি।
মুদিত স্বভাৱে থাকে অনুমান কৰি ॥
ডুশাৰী দশন যেন মুকুতাৰ পান্তি।
ডাড়িম্বৰ বীজ গণে দেখি হোৱে ভ্ৰান্তি ॥

কুন্দ পুষ্প কলি সবে অপমান পাই।
মালীৰ বাৰিত থাকে পত্ৰত লুকাই ॥
বন্দুলী কুসুম সম ৰাতুলি অধৰ।
বিম্বফল গুঞ্জামণি লাজে দূৰতৰ ॥

কৰ্ণে শোভা কৰে শুদ্ধ কনক কুন্তল।
ৰত্নে বিভূষিত আতি শোভে গণ্ডস্থল ॥
চন্দ্ৰ সূৰ্য্য বহ্নি জিনি কৰি আছে কান্তি।
দেখি কোটি মদনৰ দৰ্প হোৱে ভ্ৰান্তি ॥

গৰুড় চঞ্চুৰ অগ্ৰ সম নাসা জ্বলে।
হেন অপৰূপ নাহি নাহি ৰবিতলে ॥
উদিত সূৰ্য্যৰ যেন ৰশ্মি আতিশয়।
চাহিবে নপাৰি দিব্য শৰীৰ শোভয় ॥

খঞ্জৰূত সম নেত্ৰ দেখি লাগে ৰঙ্গ।
লজ্জা হুয়া বন মাঝে পশিলা কুৰঙ্গ ॥
ভ্ৰূভঙ্গ ভঙ্গিম দেখি যেন কালসাপ।
কটাক্ষ সন্ধানে জিতে মদনৰ চাপ ॥

ললাটে প্ৰকাশে কাম সিন্দুৰৰ ফোট।
শৰতৰ সূৰ্য্য কিম্বা বিদ্যুতিকা গোট ॥
কেশে চামৰক জিনি নাহি তাৰ তুল।
কবৰীত গান্থি আছে মালতীৰ ফুল ॥

শোভন সুৰভি ঘ্ৰাণে হুয়া আকুলিত।
মধুপানে ভ্ৰমৰাৰ আনন্দিত চিত ॥
গুঞ্জে গুঞ্জ বেদধ্বনি কৰি সাবধান।
চৌপাশে আবৰি অলি ধৰিছে যোগান ॥

স্থুল বিম্বফল সম দুই পয়োধৰ।
কাঞ্চুলি বেষ্টিত আতি দেখি মনোহৰ ॥
আতি মনোহৰ ইতো বিচিত্ৰ বসন।
কৈত পায়া আছ কহ কাঞ্চুলি শোভন ॥

নানা চিত্ৰ কৰি আছ কিছু নাহি চুপ।
কেনে লিখি আছা মোৰ নিজ দশৰূপ ॥
মৎস্য ৰূপে বেদ মই কৰিলো উদ্ধাৰ।
সেহি ৰূপ আছে দেখোঁ কাঞ্চুলি তোমাৰ ॥

কুৰ্ম্ম ৰূপে মণ্ডৰক ধৰিলো পিঠিত।
সিয়ো ৰূপ আছে দেখোঁ তযু কাঞ্চুলিত ॥
নৰসিংহ ৰূপে কৈলো হিৰণ্যাক্ষ ক্ষয়।
সিয়ো ৰূপ দেখোঁ তোৰ কাঞ্চুলি আছয় ॥

বামন স্বৰূপে সুতলক নিলো বলি।
সিতো ৰূপ দীপ্তি কৰে তোহোৰ কাঞ্চুলি।
পৰশুৰাম ৰূপে ক্ষত্ৰী কৰিলো বিঘাত।
সিয়ো বেশ লেখি আছে কঞ্চুলি সাক্ষাত ॥

হলিৰাম ৰূপে ভূমি কৰিলোহো সম।
সিয়ো ৰূপ কাঞ্চুলিত প্ৰকাশে উত্তম ॥
বৰাহ শৰীৰে ভূমি আনিলো দশনে।
সিয়ো ৰূপ দেখোঁ তোৰ কাঞ্চুলি বসনে ॥

শ্ৰীৰাম অৱতাৰে বধিলো ৰাৱণ।
সিয়ো বেশে কাঞ্চুলিক কৰিছে শোভন ॥
বোধ অৱতাৰে যোগ কৰিছো সাক্ষাত।
কাঞ্চুলিত নিৰ্ম্মি লৈছো সিয়ো ৰূপ গাত ॥

কল্কী ৰূপে বৌধ গণ বধিবোহো পাছে ।
খড়্গ চৰ্ম্ম দুয়ো সমে কাঞ্চুলিত আছে ॥
কাঞ্চুলি বেষ্টিত স্তন নেদেখিলে মৰি ।
দেখিলে জীৱন ৰহে দেখাও সুন্দৰী ॥

হৃদয় স্তনৰ মধ্যে মণিৰ প্ৰকাশ ।
পীন ঘন উচ্চ কুচ কাঞ্চন আভাস ॥
মধ্য খিনি দেহা তোৰ ত্ৰিবলী বলিত ।
মৃগেন্দ্ৰ বিদূৰ গৈল হুয়াতি লজ্জিত ॥

অতি সুকোমল গাৱ পাৱ পদ্মফুল ।
অমৃতৰ ধাৰা শ্ৰৱে পিয়ে অলিকুল ॥
অগ্নি বৰ্ণ পীত বস্ত্ৰ কৰিয়াছে বেশ ।
সুকোমল তনু জিনে কুসুম নিঃশেষ ॥

মুষ্টিয়ে ধৰিতে পাৰি ক্ষীণ দেহ তোৰ ।
কিমতে ধৰিয়া আছ কলসী এযোৰ ॥
ছিগি পৰে বুলি মোৰ মনে লাগে ভয় ।
জানো কেন মতে সিতো কঙ্কালে সৰই ॥

পৰম নিৰ্ব্বুদ্ধি সিতো অধম কেৱল ।
তুমি হেন যুবতীক নিব দিয়ে জল ॥
কোকিলৰ স্বৰ জিনি সুললিত বাণী ।
আলিঙ্গন দিয়া মোক ৰাখা ৰাধা ৰাণী ॥

তোৰ সম সুন্দৰী নাহিকে ৰবিতলে ।
বিধাতা মিলাইছে আনি মোৰ কৰ্ম্মফলে ॥
যতেক কহিলা কথা দেৱ দামোদৰ ।
শুনিয়া সুন্দৰী ৰাধা নিদিলা উত্তৰ ॥

কাষে কুম্ভ লৈয়া যাই আগে চলে সখী ।
বসনে ঢাকিয়া মুখ হাসে চন্দ্ৰমুখী ॥
কটাক্ষ লাৱণ্য লাসে ফিৰি ফিৰি চাই ।
তান চিত্ত বুঝি হৰি পাছে পাছে ধাই ॥

সখী আগ বাঢ়ি গৈলা ৰাধা যাই শেষে।
থাপ দিয়া কানু ধৰে ৰাধিকাৰ কেশে॥
এৰ এৰ বুলি ৰাধা কৰে নিবাৰণ।
কেনে অযুগুত কৰে নন্দেৰ নন্দন॥

সত্যৱতী সুত ব্যাস নাৰায়ণ অংশ।
সংক্ষেপে ৰচিলা পুণ্যশ্লোক হৰি বংশ॥
শুনা সভাসদ পদ মহাভাৰতৰ।
শ্ৰবণে কীৰ্ত্তনে হৰে পাপ নিৰন্তৰ॥

---

পুনু জন্মেজয় ৰাজা পুছে যোৰ হাতে।
ৰাধা কানু পাছে লগ লাগিলা কিমতে॥
সবে সমাচাৰ মোত কহা মুনি বৰ।
তোমাৰ প্ৰসাদে কথা শুনো মনোহৰ॥

কহিবে লাগিলা কৌতুহলে মহামুনি।
বসন্ত কালত যেন কোকিলৰ ধ্বনি॥
নিজ গৃহ পায়া পাছে ৰাধিকা সুন্দৰী।
কলসী খসায়া থৈয়া আছে চিন্তা কৰি॥

উঠে বসে ঘনে ঘনে হুয়াতি বিকল।
গৃহ কাৰ্য্যে চিত্ত নাই উন্মত্ত কেৱল॥
কানুৰ বিৰহ তাপ সহিতে নপাৰি।
কিসক জলক গৈলোঁ মই দুৰাচাৰী॥

কামে জৰ্জ্জৰিত তনু ভৈলা তদাকাৰ।
কানু বিনে সৰ্ব্ব শূন্য ভৈলেক ৰাধাৰ॥
শাশু ননন্দিনী স্বামী বুলিলা বিস্তৰ।
শুনিয়া যুৱতী কিছু নিদিলা উত্তৰ॥

যদুসেন গোপৰ গৃহিনী মহাজ্ঞানী।
লোক মুখে শুনি আইলা ইসব কাহিনী॥
প্ৰেমত বিহ্বলী ৰাধা বৰ দুঃখ শুনি।
ৰাধাৰ মন্দিৰে গৈলা সেহি মনে গুণি॥

দেখিলেক ৰাধা আছে তবধ আকাৰ ;
ৰাধিকাৰ গলে ধৰি পাছে বাৰম্বাৰ ॥
কহ প্ৰাণ সখি তোৰ দুঃখৰ কাৰণ।
বিৰহে তাপিত দেখোঁ অসন্তোষ মন ॥

শাশু ননন্দিনী কিবা বুলিছে কুৎসিত '
সেহি অপমানে তই হইয়াছ কুপিত ॥
নিজ স্বামী বুলিয়াছে কিবা মন্দ কাৰ্য্য।
সিকাৰণে সখী তুমি পায়া আছ লাজ ॥

নহে যদি গোপ্য কৰি কহ তোৰ কথা।
কপট কৰস যদি খাস মোৰ মাথা ॥
সখীৰ বচন শুনি ৰাধিকা সুন্দৰী।
কহিবে লাগিলা কথা বৰ দুঃখ কৰি ॥

শুনা প্ৰাণ সখী মোৰ দুঃখৰ কাৰণ।
জল আনিবাক গৈলো সব সখী সঙ্গে ॥
জল ভৰি ঘৰে আসো মনে মহা ৰঙ্গে।
আচম্বিতে নন্দ কানু আইলা মোৰ সঙ্গে ॥

চুলে ধৰি পাছে কটালন্ত ঘনে ঘনে।
পাছে অদভুত ৰূপ দেখিলো নয়নে ॥
মাথাত ময়ূৰ পুচ্ছ শোভে আতি ভালা।
তাহাৰ ওপৰে নানা কুসুমৰ মালা ॥

পুষ্পৰ সুৰভি ঘ্ৰাণে দশো দিশে ভাসে।
ভ্ৰমৰে নছাৰে পাশ মধু পান আশে ॥
ৰাতুল অধৰে বাঁশী বজাৱে সঘন।
মুখে মন্দ মৃদু হাস মোহিলেক মন ॥

হেন ৰূপ ৰবিতলে নতু দেখো আগে।
গোৱাল বালকে উপাসন্ত অনুৰাগে ॥
যমুনা নদীও আতি আনন্দৰ ভৰে।
নানা উৎপল ফুলে যোগানক ধৰে ॥

হেন নন্দ সুত মোৰ নিকটক আসি।
পথ ভেটি ৰতি দান মাগে হাসি হাসি ॥
যাৱত নেদেখি নিদিলোহো ৰতিদান।
সেহি হৰি লৈয়া গেল মোৰ পাঞ্চ প্ৰাণ ॥

তাৰ মুখ নেদেখিলোঁ সখী আমি পুনু।
বিৰহ বহ্নিৰ তাপে চাৰিবোহো তনু ॥
জীৱনত নাহি কাজ জানা প্ৰাণ সখি।
কথমপি আছে প্ৰাণ তোৰ মুখ দেখি ॥

ভাগ্য বশে লাগ পাই নাসেবিলো কানু ॥
হাতে চন্দ্ৰ দিয়া বিধি বঞ্চিলেক পুনু।
এহি মতে কৈলা কথা তেজি সবে লাজ।
কাতৰ দেখিয়া সখী আলোচিলা কাজ ॥

বৃকভানু সুতা সখী থিৰ কৰা চিত্ত।
ক্ষণে ক্ষণে হোৱে দেখোঁ আতি সচকিত ॥
ৰাধা বোলে সখি মোৰ আকুলিত হিয়া।
সেহি মতে নন্দ সুত আবে নাদেখিয়া ॥

বন্ধুৰ সমুখে নিয়া থৈয়ো শীঘ্ৰ কৰি।
সেহি অদভুত ৰূপ দেখোঁ চক্ষু ভৰি ॥
যি বোল বোলোক লোকে যাৰ যিবা মতে।
ননন্দিনী বোলোক অসতী নিত্যাগতে ॥

গুৰু গুৰু-পত্নীয়েয়ো যি বোলে বোলোক।
শুনি নিজ পতি মোৰ সঙ্গক ছাৰোক ॥
আউল জাউল কেশ মেলি যেগিনীৰ বেশে।
যথা তথা আছে কানু যাইবো সেহি দেশে ॥

কানুৰ বিৰহে মোৰ তনু ভৈলা জৰ।
কি বুলিবে গোকুলৰ লোকে হুয়া ডৰ ॥
মই যদি জানো আগে বৃন্দাবনে কানু।
তেবে কি যমুনা ঘাটে নযাওঁ মই পুনু ॥

আগ পাছ নগুণিয়া বাধাক নগণি ।
মৰিবাক লাগি গৈলোঁ মই কুলক্ষণী ॥
বাধা নুশুনিয়া মই আনিলোগৈ জল ।
এতেকে লভিয়া আছোঁ তাৰ প্ৰতিফল ॥

শুনা প্ৰাণ সখী মোৰ মনৰ নিদান ।
কানুক নপাওঁ যদি ছাৰিবো পৰাণ ॥
অবিৰতে চিন্তি ভাবি আছো সমুদাই ।
অবশ্যে লভিবো তাক দৈবে বাধা নাই ॥

যত ৰূপ গুণ মোৰ কানুৰ অধীন ।
কানু বিনে জান সবে হীনতো যে হীন ॥
আকে জানি কিমতে ৰহিবে দিয়া ঘৰে ।
বন্ধুৰ চৰণ নাদেখিয়া প্ৰাণ মৰে ॥

হৃদয়ে তুলিয়া ধৰি ৰাতুল চৰণ ।
অনুক্ৰমে ৰাখোঁ গৈয়া জীৱন যৌৱন ॥
যি জনে দেখিছে তান ৰূপ বিপৰীত ।
নয়ন কটাক্ষে কোনে সাম্বৰিবে চিত ॥

কুল শীল ৰাখি কোনে ৰৈতে পাৰে ঘৰে ।
বাঁশীৰ মধুৰ ধ্বনি উত্ৰাৱল কৰে ॥
হেন কি যুবতী আছে নগলে পাৰিব ।
বাশীৰ নিশানে বজ্ৰ শিলা নিজৰিব ॥

যমুনা উজাই বহে চাদি যাই পাৰ ।
কোন কুলবধু চিত্ত কৰিবে নিবাৰ ॥
হেন ৰূপ দেখি কোনে ৰৈবে নিজ ঘৰে ।
জাতি কুল মৰ্য্যাদাক ৰাখিবাৰ তৰে ॥

নাহিকে আমাৰ চিত্ত যশ কীৰ্ত্তি কাজে ।
আগে প্ৰাণ যাই যদি কি কৰিব লাজে ॥
চল সখি আনি দিয়া নন্দৰ তনয় ।
তেবেসে পৰাণ ৰহে কহিলো নিশ্চয় ॥

তুমি সে হৃদয় মোৰ আন কোন নাই।
বিৰহ দুঃখক তাতে কহিলো তো-ঠাই ॥
হেন জানি মোক কৃপা কৰিয়ো এখন।
নকৰা কপট সখি ধৰিছো চৰণ ॥

তোৰ মোৰ এক প্ৰাণ তনু খানি ভিন্ন।
মোৰ নিজ পতি ভৈলা তোহোৰ অধীন.॥
তেবে সখী বিলম্ব কৰহ কি কাৰণে।
তোমাৰ চিত্তৰ কথা নুবুজিলো মনে ॥

তুমি বিনে কোনে মোৰ সাধিবেক হিত।
মদন বাণৰ জালে তনু জৰ্জ্জৰিত ॥
মলয়া চন্দন লেপে নকৰে শীতল।
মৰো যদি তোৰ শ্ৰম হৈবেক বিফল ॥

অবিলম্বে আন সখি সিদ্ধি কৰা কাজ।
চৰণে ধৰিয়া মাতো নকৰিবা লাজ ॥
চিন্তা বিৰহত মোৰ ভৈল তনু ক্ষীণ।
আজি ধৰি ভৈলো সখী তোহোৰ অধীন ॥

---

## দীৰ্ঘ মুক্তাৱলী

ঋষি নিগদতি শুনা নৰপতি
ৰাধাৰ প্ৰণতি মাধৱক প্ৰতি।
এ মোৰ প্ৰাণ বন্ধু দিনে দিনে দেখা দিয়া।
তোমাৰ চৰণে পশিলো শৰণে
কি কৰো এখনে তুমি অবিহনে এ,
আমি পৰ নাৰী কিমতে লগত নিয়া ॥

দাৰুণী শাশুৰী পৰম দন্দুৰী,
আগে আছো পুৰি ক্রোধে ফুৰে ঘূৰিএ
সর্ব্ব দায়ে বোলা মোক নানা নিন্দাবাণী।
তেবে মোৰ মনে তোমাৰ চৰণে
চিন্তো সর্ব্বক্ষণে আক জানে কোনেএ,
তোমাৰ বিৰহে নৰহিবে প্রাণ খানি ॥
শ্যামল সুন্দৰ তনু মনোহৰ
আতি ৰুচিকৰ তিল কৰতুৰএ,
দেখি মোহ হৈয়া তেজিলোহো সমস্তক।
গাৰে পীতবাস মুখে অল্প হাস,
গতি লয় লাস মধুৰ আভাসএ,
দেখি কোন নাৰী ৰাখিবে পাৰে মনক ॥
যি বেলা পিৰিতি বঢ়ালাহা আতি।
মগ্ন ভৈলা মতি নুগুছে সম্প্রতি এ
আছিলাহা তুমি নিতে গতাগত কৰি।
গৃহ কর্ম্ম তেজি তযু পাৰে ভজি
আনন্দতে মজি আছিলো প্রাণ জীএ
তুমি বিনে কেনে থাকিবো জীৱন ধৰি ॥
পুর্ব্বে তুমি আসি মধুৰ সম্ভাসি
কৰি অল্প হাসি মোক লৈলা দাসীএ,
আবে কি কাৰণে ছাৰিয়া যাস আমাক।
কি কৰিবো আমি আছে নিজ স্বামী
তুমি পৰ গামী প্রসাদ সকামীএ,
কিমতে চলিবো উপায় নাপালো তাক ॥
শুনি নাৰায়ণে বোলে দুঃখ মনে
আমাসাত বিনে বোলে ত্রিভুবনেএ
কি কাৰণে দুঃখ কৰি আছে অভাগিনী।
জানিবাহা আমি জগতৰ স্বামী,
সর্ব্ব অন্তর্য্যামী মন চিত্তগামীএ
সততে ভ্রমিয়া ফুৰো ভক্ত দুঃখ জিনি ॥

বিমলাৰ সুতা আতি মনোনীতা
মোৰ বিৰহিতা নকৰিবা চিন্তাএ
যৈকে যাওঁ মই তোমাক লগত নিবো।
সুন্দৰী ৰমণী খঞ্জন গমনী
কুৰঙ্গ নয়নী চন্দ্ৰমা বদনীএ,
হে প্ৰাণেশ্বৰী কিমতে মই ছাৰিবো॥
তুমি নাৰায়ণ জগত কাৰণ
তোমাৰ চৰণ ভকতৰ ধনএ
জানি তযু পাৱে শৰণ পশিবো আমি।
তোমাৰ চৰিত্ৰ পৰম পবিত্ৰ
ভকতৰ মিত্ৰ স্বভাৱে বিচিত্ৰএ
আত বঢ়া টুটা দোষ ক্ষমা কৰা স্বামী॥
আমি পুৰাতন শিষ্যৰ সন্তান
জানি নাৰায়ণ ৰাখিয়ো এখনএ,
তোমাৰ চৰণে কৰো সহস্ৰ প্ৰণাম।
দোষ পৰি হৰি বিঘ্নিক সংহৰি
ইষ্ট সিদ্ধি কৰি দাস বুলি ধৰিএ
কৰা অনুগ্ৰহ সিদ্ধি হৌক মনস্কাম॥
ৰাধা মাধৱৰ লীলা মনোহৰ।
আনন্দ সাগৰ নলাগে ভাগৰএ,
জানি সভাসদ সদায়ে হৃদয়ে ধৰি।
শ্ৰীকবি শেখৰে দ্বীজ হীনতৰে
পৰম সাদৰে জানি নিৰন্তৰেএ
ডাকি বোলা হৰি হৰি॥

---

# ভবানন্দ।

## হৰিবংশ।

ৰাধাৰ বচন শুনি দেৱ নাৰায়ণ।
কহিতে লাগিলা তাৰ যত বিবৰণ॥
শুন প্ৰাণেশ্বৰী যে পুছিলা বাক্যৰস।
যেমতে যমুনা হৈল মোৰ বাক্যবশ॥

নাৰদৰ চিত্ত হৈল অহঙ্কাৰ বল।
পবিত্ৰ আলাপি ৰাগ গীত গাৱে ভাল॥
বীণা বজাইতে গৈলা কৈলাস শিখৰ।
শিৱৰ সাক্ষাতে গীত গান্ত মুনিবৰ॥

মুনিয়ে বোলন্ত শুনা দেৱ ত্ৰিলোচন।
মোৰ সঙ্গে ৰাগ ধৰে নাহি হেন জন॥
শিৱে বোলে চল যাই বিষ্ণুৰ পুৰিত।
তাহান সাক্ষাতে গিয়া গাও ভাল গীত॥

আমিও যাইবো মুনি তোমাৰ সঙ্গতি।
বিলম্ব নকৰি মুনি চল শীঘ্ৰ গতি॥
চলিলেক সদাশিৱ নাৰদে সহিতে।
কত গুলা মূৰ্ত্তি লাগ পাইলা সেহি পথে॥

কাৰো হস্ত পাদ নাহি কাহাৰো শ্ৰৱণ।
নাসিকা সহিতে কাৰো নাহিকে নয়ন॥
নাৰদক দেখি তাৰা ধাইলন্ত ত্বৰিত।
মাৰিবাক কাৰ্য্যে তাৰা ধাইলন্ত ত্বৰিত॥

ঘৰে ঘৰে ফিৰে তাৰা ক্রন্দন বজাইতে।
আমাসাৰ ফল এহি তোমাৰ নিমিত্তে ॥
গতি নাজানিয়া গীত গাওঁ কি কাৰণ।
আমাৰ হাতত আজি তোমাৰ মৰণ ॥

নাৰদে পাইল ভীতি দেখে ভোলানাথে।
হাসিয়া কহিলা ৰাগ লোকৰ সাক্ষাতে ॥
শুন শুন ৰাগ লোক আমাৰ বচন।
পূৰ্ব্ব ৰূপ হৈবা সবে নাকৰা চিন্তন ॥

এত বুলি মহাদেৱে আৰম্ভিলা গান।
হইল সকল ৰাগ পূৰ্ব্বৰ সমান ॥
হাসিয়া হাসিয়া বোলে দেৱ শূলপাণি।
ভাল গীত গায়াছ নাৰদ মহামুনি ॥

বিস্মিত হৈল মুনি চিন্তা যুক্ত মন।
তথা হন্তে দুই জন কৰিলা গমন ॥
হৰিষে যে সদাশিৱে নাৰদ সহিতে।
অবিলম্বে মিলে গৈয়া বৈকুণ্ঠ পুৰিতে ॥

দ্বাৰত বিৰিঞ্চি আদি যতেক অমৰ।
তান পাছে দেখে সহস্ৰেক মহেশ্বৰ।
লক্ষে লক্ষে নাৰদ সনক সনাতন।
আশা দিয়া বসি আছে বিনতা নন্দন ॥

দেখিয়া নাৰদ মুনি ভয় পাইলা মনে।
শিৱে নিবেদন কৈলা গৰুড়ৰ স্থানে ॥
আমি আসি আছা কহ প্ৰভুৰ গোচৰ।
আজ্ঞা কৈলে পদাম্বুজ পাৰি দেখিবাৰ ॥

গৰুড়ে বোলয় তথা যাইতে নপাৰি।
লক্ষ্মী সৰস্বতী লৈয়া ক্রীড়া কৰে হৰি ॥
গৰুড় বচন শুনি দেৱ মহেশ্বৰ।
হাসিয়া শিঙ্গাত ফুক দিলা দিগম্বৰ ॥

ভিণ্ডিবিৰ নাদ কৰে পৰম প্ৰমোদ।
তাক দেখি বীণা বাদ্য কৰিলা নাৰদ ॥
অন্তৰ্য্যামী ভগবান সকল জানিয়া।
আইস নাৰদ শিৱ বোলে ডাক দিয়া ॥

প্ৰভুৰ মধুৰ বাক্য শুনি আচম্বিত।
সহস্ৰে সহস্ৰে শিবে বেঢ়ি চাৰি ভিত ॥
লক্ষে লক্ষে নাৰদেও বীণা হস্তে কৰি।
বেঢ়িল সিবোৰে দেখি বিস্মিত মুৰাৰি ॥

ভয় পায়া সদাশিৱে পুট কৰি কৰ।
পঞ্চাননে স্তুতি কৰে হেৰিয়া অম্বৰ ॥
ৰাম নিৰঞ্জন প্ৰভু ব্ৰহ্ম সনাতন।
স্থাৱৰ জঙ্গম ময় নমো নাৰায়ণ ॥

নমো নিৰাকাৰ প্ৰভু নমো তেজময়।
নমো জ্যোতির্ম্ময় প্ৰভু নির্লেপ আশ্ৰয় ॥
সত্ত্ব ৰজ তম প্ৰভু তিনি গুণধাৰী।
সবাকো তেজিয়া ত্ৰিসি বেদঅধিকাৰী ॥

সহস্ৰেক শিৱ নাশ হৰো লোম কুপে।
আমি তাক স্তবন কৰিবো কোন ৰূপে ॥
বদনে নোলাৱে বাক্য পুট কৰি ভুজ।
কৃপায়ে বিভূতি নাশ দেখি পদাম্বুজ ॥

শিৱেৰ স্তবনে হৰি মায়া কৰি নাশ।
চলিলা নাৰদ শিৱ পায়া অবকাশ ॥

* * *

অন্তৰে থাকিয়া হৰি কৈলা অঙ্গীকাৰ ॥

ভাল হৈল আপনে আসিছ শূলপাণি।
পবিত্ৰ আলাপ ৰাগ কিছু কিছু শুনি ॥
আচম্বিত শুনিয়া প্ৰভুৰ অঙ্গীকাৰ।
আলাপিল শিৱে ৰাগ মেঘ যে মল্লাৰ ॥

শিৱে ৰাগ গাইতে হৰি হৈলা মৰ্ম্মাঙ্কিত।
তাম্রৰ কৌটাত হৰি দ্রাৱ আচম্বিত ॥
মহাদেৱ ভক্তি ভাৱ মধুৰ গায়ন।
জল ৰূপ হৈল তেবে প্রভু নাৰায়ণ ॥

দ্রাৱিল তাম্রৰ কটা নাহি পৰিমাণ।
ভবার্ণব তৰণী দ্রবিল ভগবান ॥
তবে শিৱে উত্তৰ নপাই গোবিন্দৰ।
ভয়ক্রমে শঙ্কিত তেজিলা মহেশ্বৰ ॥

জানিলা প্রভুৰ মনে ভাল নহে গীত।
এতেকে উত্তৰ নেদে হইয়া কুপিত ॥
ভয় পায়া মহাদেৱে অবিলম্বে উঠি।
তাম্রৰ কাটাৰ পাত চাহিল উছুটি ॥

আচম্বিতে দেখি হৰে সলিলৰ বিন্দু।
পৰিমাণ নাহি যেন ঘনবাহ কম্বু ॥
ভয় পায়া সদাশিৱ কপট অন্তৰে।
মূৰ্চ্ছিত হৈইয়া পৰে পায়া চিন্তাজ্বৰে ॥

দেখিয়া নাৰদ মুনি প্রসন্ন বদন।
বুজিলোঁ শিৱেৰ দুঃখী হৈছে নাৰায়ণ ॥
শিৱেৰ গায়নে প্রভু হৈছে কুপিত।
সন্তোষ হৈয়োক প্রভু আমি গাই গীত ॥

হৰিষ বদনে ঋষি আৰম্ভিলা গীত।
পূর্ব্ব অনুক্রমে ৰূপে হইলা ভগবান ॥
সে যে পাদোদক জলে জন্মিলা জাহ্নবী।
পৰম সুন্দৰী ৰামা যেন লক্ষ্মী দেবী ॥

হেন কালে দৃষ্টাইল শিৱেৰ উপৰ।
মূৰ্চ্ছিত হৈইছে দেখি দেব গদাধৰ ॥
পদ্মহস্ত দিলা হৰি শিৱৰ উপৰ।
প্রণাম কৰিয়া বৈসে দেৱ মহেশ্বৰ ॥

তুষ্ট হুয়া সেহি কন্যা তাৰে দিলা দান।
দেখিয়া বিস্মিত হৈল ঋষি তপোধন ॥
শিৰেৰে সহিতে গেলা আপোনাৰ স্থান।
সত্যযুগে গঙ্গা হৈল হৰেৰ বনিতা ॥

তাৰ পাছে মর্ত্ত্যে আইলা শুনা তাৰ কথা।
সূৰ্য্য বংশ নৃপতি সগৰ মহাশয়।
ঔৰষে জন্মিলা পুত্ৰ ষাঠি সহস্ৰয় ॥
বিক্ৰমে সমান জিনে ৰূপে পঞ্চশৰ।
ঐশ্বৰ্য্যে বাসব জিনে ধৰ্ম্মে তৎপৰ ॥

অশ্বমেধ ঘোড়া হেতু কৰিলা ৰাজন।
ৰক্ষক কৰিয়া দিলা যত পুত্ৰ গণ ॥
পূৰ্ব্বৰ প্ৰাক্তন আছে শুনা বিবৰণ।
আপোনাৰ ইচ্ছা প্ৰায় অশ্বৰ গমন ॥

নানা দেশে গিয়াছিল সেহি অশ্ববৰ।
কেৱে নাৰাখিল ঘোড়া ভ্ৰমে নিৰন্তৰ ॥

ভ্ৰমিতে ভ্ৰমিতে ঘোড়া হ্ৰদ দেখে ভাল।
সেহি হ্ৰদে প্ৰবেশিল সপ্তম পাতাল ॥
ৰসাতলে গৈল ঘোড়া ভগৱতী পুৰে।
শূন্য হেতু পায়া লাগ বান্ধিল তাহাৰে ॥

সগৰৰ পুত্ৰ সবে ঘোড়া নাদেখিয়া।
আচম্বিতে হ্ৰদ দেখি প্ৰবেশিল গিয়া ॥
অশ্বপদ দেখি তাৰা গেল সেহি পথে।
তপস্যা কৰয় মুনি দেখিলা সাক্ষাতে ॥

সমাধি কৰিয়া মুনি বসিয়াছ ধ্যানে।
ঘোড়া বিচাৰিয়া গেল তাৰ বিদ্যমানে ॥
মদে মত্ত হৈল কুমাৰ হীন হৈল জ্ঞান।
ঘোড়া চাহিলেক গিয়া কপিলেৰ স্থান ॥

শুনিয়া কটাক্ষ ভাৱে চাহে মহামুনি।
ষাটি সহস্র কুমাৰ হৈলন্ত ভস্ম পুনি॥
শত ভাগে বহে যেন ভস্ম ৰাশি হুয়া।
ছয় শত বীৰে ভস্ম এক ৰাশি হুয়া॥

এক থানে ভস্ম হৈল ছশত কুমাৰ।
এহি মতে ভস্ম ভৈল ষাঠি যে কুমাৰ॥
তাৰ শেষে ভৃগুৰাম নাৰায়ণ অংশ।
নাশিল সকল ক্ষত্রিয়ৰ সূর্য্য বংশ॥

দুই স্ত্রীয়ে ভাগে ভাগে কৰিলি শৃঙ্গাৰ।
জন্মিল সন্ততি ভগীৰথ নাম তাৰ॥
শৈশব অন্তৰে ভৈল যৌবন প্রবেশ।
ভুজ বলে কৰ তল কৈল নিজ দেশ॥

পুত্রৰ বিক্রম দেখি হৰিষ জননী।
কহিলা সকল আদি পুৰাণ কাহিনী॥
ৰসাতলে তোমাৰ পুৰুষ যত জন।
সহাস কৰিয়া নিয়ো বৈকুণ্ঠ ভুবন॥

মায়েৰ বচন শুনি ৰাজা ভগীৰথে।
বিৰিঞ্চি পুজিল গিয়া সুমন্ত পর্ব্বতে॥
শীতকালে সলিলত কৰে পদ্মাসন।
নির্জ্জনে কৰিল প্রজাপতিৰ স্মৰণ॥

উর্দ্ধ পাদ লক্ষ শব্দ কৰিল স্তরন।
পৰিণামে বিস্তৰ কৰিলা যোগাসন॥
শৰীৰ ওপৰে ভৈল বল্মীক শিখৰ।
কৰিলা শৰীৰ ভেদি কেৱলে জর্জ্জৰ॥

হৈল বহুকাল বৃক্ষ ভেদী লেক অঙ্গ।
সমাধি কৰিয়া আছে যোগ নহে ভঙ্গ॥
বিষম তপস্যা তাৰ দেখি চমৎকাৰ।
ভয় পায়া ব্রহ্মা গৈল নিকটে তাহাৰ॥

মাথে ধৰি প্ৰজাপতি তুলিলা আপনে।
কৰ পুটে বোলে ব্ৰহ্মা মধুৰ বচনে ॥
উঠ উঠ আৰে বাপ সূৰ্য্য জন্ম মুনি।
এমত তপস্যা আৰ কোথায়ে নাশুনি ॥

ত্ৰিভুবনে হেন কৰ্ম্ম কেবা জনে কৰে।
মনুষ্যৰ কাৰ্য্য কিবা সবেও নপাৰে ॥
কিবা চাহ বাপু তুমি মোৰ ঠাই কহ।
চিত্তৰ মানস তুই সম্পূৰ্ণ কৰিলহ ॥

চেতন কৰিয়া ৰাজা ব্ৰহ্মাৰে দেখিয়া।
প্ৰণাম কৰিয়া বোলে চৰণে পৰিয়া ॥
অয়ে প্ৰভু চতুৰ্ম্মুখ শুন বিবৰণ।
জানিয়া আমাত কেন পুছ বিবৰণ ॥

অন্তৰ্য্যামী হুয়া প্ৰভু পুছা মোক কেনে।
কহিবো সকলে কথা তোমাৰ চৰণে ॥
কপিল সকোপে মোৰ পুৰুষ সকল।
ভস্মচয় হুয়া তাৰা ৰৈছে ৰসাতল ॥

কেন মতে মুক্ত হুয়া বৈকুণ্ঠক যাই।
আপনে কহিয়ো দেৱ তাহাৰ উপায় ॥
ব্ৰহ্মা বোলে আমি তাৰ চিন্তিছি উপাই।
যেমতে হৈবেক মুক্ত শুনা সমুদাই ॥

শিৱেৰ সঙ্গত ৰসে মজি জগন্নাথ।
জল ৰূপ হুয়া আছে তাম্ৰ কটৰাত ॥
তান্ত হন্তে জন্মে কন্যা গঙ্গা নাম তাৰ।
তানে আনি পিতৃলোক কৰহ উদ্ধাৰ ॥

যদি বা শিৱেৰ বিষ্ণু কৰি আছে দান।
তাম্ৰ কোটৰাত তেহো আছে অধিষ্ঠান ॥
ব্ৰহ্মাৰ বচন শুনি ৰাজা ভগীৰথ।
পুনৰপি জিজ্ঞাসিল কৰি যোৰহাত ॥

তাত্র কোটৰাত দেখো স্বপ্নেও নাজানি।
কেমতে পাইবো তাক বল পদ্মযোনি ॥
ব্ৰহ্মা বোলে শুন ৰাজা আমাৰ বচন।
মোৰ ৰথে যায়ো তুমি কৰি আৰোহণ ॥

প্ৰজাপতিৰ হংস যুক্ত বিমল বিমানে।
আচম্বিতে লৈয়া গৈল কটা বিদ্যমানে ॥
কটাৰ নিকটে যদি গেলা নৰেশ্বৰ।
কৰপুট কৰি স্তুতি কৰিলা বিস্তৰ ॥

তোমাৰ চৰণে দেবী কৰো নমস্কাৰ।
মোৰ পিতৃলোক মাৱ কৰহ উদ্ধাৰ ॥
ৰাজাৰ স্তুতিত দেবী সদয় কৰিয়া;
অঙ্গীকাৰ কৈল তবে কটাত থাকিয়া ॥

আসিয়াছ ভগীৰথ সবে আমি জানি।
বিশেষ কহিছা কথা দেব পদ্মযোনি ॥
অবশ্যে যাইবো আমি মৰ্ত্ত্যেৰ ভুবন।
উদ্ধাৰিয়া দিবো তোৰ যত পিতৃগণ ॥

কিন্তু এক খানি কথা শুন সাৱধানে।
জটা পাতি লৱে যদি দেৱ পঞ্চাননে ॥
গঙ্গাৰ বচন শুনি ৰাজা ভগীৰথ।
শিৱক কৰিলা স্তুতি কৰযোড় হাত ॥

সত্যৱতী সুত ব্যাস নাৰায়ণ অংশ।
সংক্ষেপে ৰচিলা পুণ্য শ্লোক হৰিবংশ ॥
সেহি শ্লোক ব্যাখান কৰিয়া পদবন্ধে।
লোকে বুজিবাৰ কহে দীন ভৱানন্দে ॥

---

# ভৱদেৱ বিপ্ৰ।

## শ্ৰীৰাম চন্দ্ৰৰ অশ্বমেধ যজ্ঞ।

শাস্ত্ৰক বিচাৰি বশিষ্ঠ বোলই
শুনিয়োক ৰঘুবৰ।
অশ্বমেধ যজ্ঞ সেস্থৰে নিসিজে
সম্ভাৰ লাগে বিস্তৰ॥
প্ৰথমে যজ্ঞৰ ঘোৰাক লাগই
চন্দ্ৰ সম শুক্ল বৰ্ণ।
লাঞ্জ গোট তাৰ হৰিদ্ৰা হৈবেক
কৃষ্ণ হৈবে দুই কৰ্ণ॥
মুখ গোট তাৰ পাণ্ডু হইবেক
সুবৰ্ণে মণ্ডিতে গাৱ।
জলত থলত শূন্যত ভ্ৰমিব
ঘোৰাৰ হেন স্বভাৱ।
বশিষ্ঠ বদতি শুনা ৰঘুপতি
ঘোৰাৰ কহোঁ নিৰ্ণয়।
হেন ঠান ঘোৰা যজ্ঞত লাগই
পখি হৈবে ৰত্ন ময়॥
ভাই বাপুএৰা কটক সহিতে
ৰাখিতে লাগে ঘোৰাক।
যিটো বলিয়াৰ বানে ঘোৰা ধৰে
সমৰে জিনিবে তাক॥

যি ঠানত হয় লাদয় মুতয়
গো মূত্ৰে তাক লিপিব।
হোম যজ্ঞ কৰি দেৱক আৰ্চ্চয়
ব্ৰাহ্মণক দান দিব॥
প্ৰথম দিনত ব্ৰাহ্মণ লাগই
পণ্ডিত ষাঠি হেজাৰ।
এক শত ৰত্ন দিবা কৰি যত্ন
সুবৰ্ণৰ তিনি ভাৰ॥
এক শত ৰথ ৰঞ্জিয়া বিচিত্ৰ
এক শত গজ বাজী।
এক শত দাস এক শত দাসী
অলঙ্কাৰ দিবা সাজি॥
আমি যৈত তৈত কহোঁ স্বৰূপত
তাকো জানো বোলোঁ মিছা।
ভাৰ্য্যায়ে সহিতে একেলগে থাকি
মনে নকৰিবা ইচ্ছা॥
সকলে সম্ভাৰ আছয় তোমাৰ
কিছু নকৰিবা চিন্তা।
আসি পতিব্ৰত সিজে যেন মত
লগতে নাহিকে সীতা॥
বশিষ্ঠ বদতি শুনা ৰঘুপতি
সকলে কৈলো বুজায়।
ভাল ভাল চাই ব্ৰাহ্মণ আনিবা
বেদৰ নিৰ্ণয় চাই॥
ডাঙ্গৰ দীঘল তাকো নলাগই
কুল ধৰ্ম্ম অতি চাই।
শাস্ত্ৰত কুশল বেদত নিৰ্ম্মল
আনিবা তাক মতাই॥

বিবাহ ৰহিত ব্ৰাহ্মণ নেলাগে
সখা গোত্ৰ বিচাৰিবা।
অঙ্গ হীন কুঁজা তাকো নলাগই
বৃদ্ধ যে বিপ্ৰ নানিবা॥
কলিয়া ব্ৰাহ্মণ তাকো নলাগই
সুন্দৰ বাচি আনিবা।
দঁতুৰা ব্ৰাহ্মণ তাকো নলাগই
বাচি এক পাশে থবাঁ।

---

পদ।

বশিষ্ঠে কহিলা ৰামে আছিলেক শুনি।
কতো বেলি অন্তৰে মাতিলা মনে গুণি॥
সকলো কথাক মই চিত্তে দিলো ঠাই।
কহিয়ো যজ্ঞৰ ঘোৰা আছে কোন ঠাই॥

শুনিয়ো জাম্বৱ তুমি বুদ্ধিৰ ভাণ্ডাৰী।
তুমি নকহিলে আনে কহিতে নাপাৰি॥
ঘোৰা নাপাইলে যজ্ঞ কৰণ নেযাই।
কহিয়ো যজ্ঞৰ ঘোৰা কোন মতে পাই॥

জাম্বৱ বোলয় শুনা তুমি ৰঘুবৰ।
আছে এক গোট ঘোৰা সংসাৰ ভিতৰ॥
এক কথা কহোঁ মই শুনা নিৰন্তৰ।
নাগাক্ষ নৃপতি আছে সিন্ধুৰা নগৰ॥

পৰম দুস্কৰ থান সিন্ধুৰা নগৰী।
সসৈন্য সহিতে ৰাজা আছে ৰাজ্য কৰি॥
গহীন সাগৰ অতি তাৰ হৈবে পাৰ।
দ্বাদশ প্ৰহৰ সিটো লঙ্কাৰ সিপাৰ॥

মহা বলৱন্ত ৰাজা সম নাহি কেৱ।
ৰাৱণৰ সম লক্ষ ৰাজা কৰে সেৱ।
ষাঠি লক্ষ ৰাজা লই যদি কৰা ধাৰ।
তথাপি যজ্ঞৰ ঘোৰা আনা কিছু ভাৰ॥

হেন শুনি ৰামচন্দ্ৰ চপাৰাইলা মাথ।
সৰল বৃক্ষত যেন পৰিলা নিৰ্ঘাট॥
কতো বেলি ৰামচন্দ্ৰে লভিলা চেতন।
সবাকো সম্বোধি হেন বুলিলা বচন॥

শুনিয়োক ভৰত লক্ষণ শত্ৰুঘন।
অঙ্গদ প্ৰমুক্ষে আনো নানা কপিগণ॥
বাপু হনূমন্ত বীৰ তোমাত সুবুদ্ধি।
হৰি হৰি বিধতা নেৰাইলো ব্ৰহ্মবধি॥

আগ বাঢ়ি হনূমন্তে জুৰি যোৰ হাত।
নমো ৰামচন্দ্ৰ বুলি নমাইলন্ত মাথ॥
আজ্ঞা কৰা প্ৰভু ৰাম তাকে কৰো ধৰি।
আনিবোঁ যজ্ঞৰ ঘোৰা বোলোঁ নিষ্ঠ কৰি॥

তোমাৰ প্ৰসাদে মোৰ কাকো নাহি ভয়।
আনিবোঁ যজ্ঞৰ ঘোৰা বুলিলো নিশ্চয়॥
তুমি সমে ইঠাইত থাকিও ৰাজা লোক।
ঘোৰাৰ কাৰণে প্ৰভু পাঞ্চিও আমাক॥

হেন শুনি ৰাম ভৈলা আনন্দ হৃদয়।
ৰাজ যোগ্য অলঙ্কাৰ চৰাইলন্ত গায়॥
মাৰুতিক চাই ৰামে বুলিলা বচন।
সসৈন্য সহিতে তুমি যায়ো বীৰগণ॥

পত্ৰখনি দেখায়োক ৰামৰ আদেশ।
আজ্ঞা পত্ৰ হনূমন্তে দেখান্ত নিশেষ॥
নাহিক নিয়ম সবে ভুঞ্জে বৃক্ষ ফল।
তাসম্বায়ো বাৰ্ত্তা সবে পাওক সকল॥

ভালুক বানৰ সবে ভৈলেক বিমন।
হেন দেখি সবাকো বুলিলা হনূমান ॥
যিতো জন নাই সে ৰামৰ অপৰাধি।
সবাঙ্কবে নষ্ট হৈবে দৈবে বোলা বধি ॥

এহি বুলি ৰাম সেনা নেথাকিল ৰই।
কেহো বোলে আৰু নেদেখিবোঁ বাপ ভাই ॥
কেহো বোলে বাপ নেদেখিবোঁ বন্ধুগণ।
কেহো বোলে নেদেখোহোঁ এতিন ভুবন ॥

কেহো বোলে বানৰ ভৈলেক যমকাল।
কেহো বোলে হনূমন্ত প্ৰচণ্ড বিকাল ॥
ছয় মাস মানে যুদ্ধ নাছিল আমাৰ।
পুনৰপি সেই যুদ্ধ মিলিল ইবাৰ ॥

ইবেলা যে আমাৰ জীৱৰ আশা নাই।
এহি বুলি সমস্তে যে মূৰ ঘূমুৰাই ॥
ভৰত, লক্ষ্মণ, নল, নীল বীৰ গণ।
ৰামৰ চৰণে বন্দি কৰিলা গমন ॥

সবে আগে চলি গৈলা বীৰ হনূমান।
শুনিয়োক সভাসদ হনূৰ বাখ্যান ॥

---

## তুলৰি ।

চতুৰ্বিধি বেৰি, ধূলায়ে আন্ধাৰি,
কুৰাঁকুঁই মই দেখোঁ।
কাৰো মাত বোল, কেহো নুশুনয়,
কাহাকো কিয় নেদেখোঁ ॥
দেৱাদেই কৰি, ভালুক বানৰ,
জোলোকা জুলুকি যাই।
আকৰ্ণ শবদ, গগনে চাইলা,
কম্পে বসুমতী আই ॥

পাইলা সিন্ধুকুল, সেনাৰ আন্দোল,
শুনন্তে লাগে ত্ৰাস।
পৰ্ব্বত সমান, ঢেউ উথলিল,
যদ্যপি নাই বতাস॥
বিনা বায়ু ঢেউ, উথলিল বৰ,
অনেক দূৰক যাই।
আস্ফাল শবদে, স্বৰ্গক লঙ্ঘিল,
কম্পে বসুমতী আই॥
সমুদ্ৰৰ কুলে, সোনাৰ আন্দোলে,
সসৈন্যে আছন্ত চাই।
মনত হৰিষে, বানৰে বোলয়,
এবেসে পাইলো উপাই॥
খণ্ড খণ্ড কৰি, ৰামচন্দ্ৰ হৰি,
সেতুক কাটিয়া থৈলা।
এহি চল কৰি, কেহোয়ে নেযাই,
বানৰে উপাই পাইলা॥
শুয়া শাৰী শাৰী, কৰে ধৰাধৰি,
হাঁসে ৰঙ্গে গীত গাই।
মনত হৰিষে, বানৰে নাচই,
হাঁসে হাতে তালি বাই॥
সুগ্ৰীৱ বোলন্ত, শুনিয়ো লক্ষণ,
সেতু বন্ধ নকৰিলে।
আন বুদ্ধি নাই বায়ুৰ পুতাই,
সবাহাঙ্কে নাৰাখিলে॥

---

পদ।

লক্ষণে বোলন্ত বাপু শুনা হনূমান।
তুমি বিনা আমাৰ বান্ধৱ নাহি আন॥
প্ৰভু ৰাঘৱৰ কাৰ্য্য সাধিয়ো সত্বৰ।
হেন জানি বাপু তই সেতুবন্ধ কৰ॥

আগ বাঢ়ি হনূমন্তে জুৰি যোৰহাত।
লক্ষণ ভৰত বুলি নমিলন্ত মাথ ॥
এক কথা কহো মই স্বৰূপত হয়।
বোলো জানো দৰ্পকৰা বায়ুৰ তনয় ॥

আঁঠ গোট পৰ্ব্বতৰ বহি আছোঁ ভাৰ।
তাহাত দুস্কৰ কৰ্ম্ম কৰিবোঁ ইবাৰ ॥
সবে জ্ঞাতিগণ মই কৰিবোঁ উদ্ধাৰ।
পিঠিত কৰিয়া কৰোঁ সাগৰৰ পাৰ ॥

জাম্বৱন্তে বোলে শুনা বায়ুৰ কুমাৰ।
যিতো কথা কহিলা শুনিতে লাগে ভাৰ ॥
পিঠিত কৰিয়া সেনা সিন্ধু কৰা পাৰ।
কেন মতে নিবা তুমি অঞ্জনা কুমাৰ ॥

শুনি হনূমন্তে বোলে লক্ষণ ভৰত।
দুই ভাই চৰা মোৰ দুই খানি কন্ধত ॥
পিঠি ভাগে শক্রঘণ সুমিত্রা নন্দন।
হৃদয়ত জাম্বৱন্ত ব্ৰহ্মাৰ নন্দন ॥

দক্ষিণ বাহুত সেনা পতি অঙ্গদাই।
বাম বাহু তলে নল নীল দুই ভাই ॥
আনো সব ৰাজাগণ আসিয়াছে যত।
সবে মিলি ধৰিয়োক মোহোৰ লাঞ্জত ॥

এক গোট লোম শাল গছ সমসৰ।
তাতে ধৰিয়োক সবে ভালুক বানৰ ॥
মাৰুতিৰ বচন শুনিয়া সেনাগণ।
হাতে, কাষে, পেটে পিঠি ধৰিলা তেখন ॥

যেন মহা গছত টেকোৰা লৈলা বাস।
কৌতুহলে হনূমন্ত তুলিলেক হাঁস ॥
লোমৰ গুৰিত কতো থাকিলেক বসি।
কান্ধে গলে বুকে পিঠি থাকিল উৰুসি ॥

যেহেন পৰ্ব্বত ভৈলা কপি মহাবল।
তৰু লতা ভৈলা সম কটক সকল॥
মাৰুতি বোলয় শুনিয়োক জ্ঞাতি লোক।
আঁতিয়া ধৰিবা সবে নেৰিবাহা মোক॥

থিৰে শাঁতে ৰহিবাহা চকু নেমেলিবা।
সমুদ্ৰক দেখি পাছে ভয়তে মৰিবা॥
গহীন গম্ভীৰ ধীৰ হনূমন্ত বীৰ।
প্ৰতি প্ৰতি ৰাম সেনা কৰিলন্ত স্থিৰ॥

মাৰুতিৰ বচন শুনিয়া সেনাগণে।
চকু মুদি সবেয়ো বসিলা ৰঙ্গমনে॥
সাগৰ তৰিবে সাজু ভৈলা হনূমান।
দেও মাৰোঁ জ্ঞাতি লোক হোৱাঁ সাৱধান॥

---

## ছুলৰি।

ৰাম লক্ষ্মণক, সুগ্ৰীৱ বীৰক,
কৰিলন্ত নমস্কাৰ।
বায়ু যে বাপক, অঞ্জনা মাৱক,
প্ৰণমিলা সাতবাৰ॥
কেশৰী চৰণ, শিৰোগত কৰি,
ত্ৰিদশ দেৱ ধীয়াই।
হনূমন্ত বীৰ, অতিৰঙ্গ মনে,
আকাশ গমনে যাই॥
বায়ুতো অধিক, হনূমন্ত বীৰ,
বায়ুৰ সঞ্চাৰে যাই।
সব শিখৰক, গৈয়া আটাইলেক,
সমুদ্ৰ জল এৰাই॥

শুনা জ্ঞাতি লোক, এৰিয়োক মোক,
সাগৰ ভৈলোহোঁ পাৰ।
লক্ষণ ভৰত, শত্রুঘন বোলে,
কি বোলা বায়ু কুমাৰ॥

ষাঠি লক্ষ ৰজা অসংখ্যাত প্রজা,
দর্প কৰি বহে ভাৰ।
মধ্য সাগৰত, যাইবাক নাপাৰা,
বোলাঁ হেৰা হৈলোঁ পাৰ॥

এৰিলে মৰিবাঁ, কেহোঁৱে নেৰিবা,
হেনসে চিন্তা উপাই।
ভাল কৰি ধৰা, হেলা পৰিহৰা,
সবে মৰোঁ একঠাই॥

---

পদ।

হনূমন্তে বোলে বাপু শুনা জাম্বৱন্ত।
আনে কি জানে মোৰ বলৰ আদি অন্ত॥
যদি নেজানাহা মোৰ বলৰ মহিমা।
চকু মেলি চোৱাঁ তুমি লঙ্কাৰ পাইলোঁ সীমা॥

হেন শুনি জাম্বৱন্ত চকু মেলি চাইলা।
ইটো হনূমন্ত বীৰে সাগৰ চেৰাইলা॥
জাম্বৱে সহিতে নল নীল দুই ভাই।
ষাঠি লক্ষ ৰাজা সমে চকু মেলি চাই॥

ৰাম সেনা সকলেসে চকু মেলি চাইলা।
ইতো হনূমন্ত বীৰে সাগৰ চেৰাইলা॥
কেহোয়ে প্রণতি কৰে কেহো কৰে স্তুতি।
জন্মে জন্মে হনূমন্ত তুমি হৱা গতি॥

লক্ষ্মণে কৰিল বহু নানা সতকাৰ।
বাৰে বাৰে কৰা বাপু আমাক উদ্ধাৰ ॥
শক্তিশেলে শালি মোক থৈলেক ৰাৱণ।
তৈসানিও জীলোঁ বাপু তোমাৰ কাৰণ ॥

শত্ৰুঘনে হনূমানে কৰি গলাগলি।
ষাঠিলক্ষ ৰজা মানে কৰিলা সেৱলি ॥
পৰ্ব্বত সমান বীৰ গহীন সাগৰ।
জলকা জলকী নামে ভালুক বানৰ ॥

সেহি বেলা গোচৰ কৰিলা কপিবৰ।
অনেক প্ৰকাৰে স্তুতি কৰিলা বিস্তৰ ॥
তোমাৰ প্ৰসাদে মাগোঁ কলমৌ ফল।
শুনি হনূমন্তে পাছে আনন্দে বিহ্বল ॥

সবাকো সম্বোধি হেন বুলিলা বচন।
শুনি হনূমন্তৰ হৰিষ ভৈলা মন ॥
এক দালি গছ আছে সৰমাৰ ঠাই।
বিভীষণে দিয়ে যদি তেহে পোৱা যাই ॥

বায়ু পিতৃ আগে কৰি যান্ত হনূমন্ত।
মহাভয়ে পলাইলন্ত ৰাক্ষসিনী যত ॥
বিভীষণে বোলে শুনা ৰাক্ষসিনী লোক।
নাহি ভয় নপলাবাঁ সুখে থাকিয়োক ॥

ঘোৰাৰ কাৰণে ৰামচন্দ্ৰে দিলা ধাৰি।
আমাৰ নগৰে সবে আইলা কাচি পাৰি ॥
সৰমাক বোলে মাৱ শুনা কথা পাছ।
সবে মাগি পঠাইলেক কলমৌ গাছ ॥

শুনি সৰমাৰ ভৈলা হৰষিত মন।
ৰাম সৈন্যে খাই ফল সাফল জীৱন ॥
নিয়োক বৃক্ষৰ ফল তাত নাহি কাজ।
পুনৰপি বৃক্ষ আনি দিবা কপিৰাজ ॥

হেন শুনি হনূমন্তে উঠি তেতিক্ষণ ।
বৃক্ষৰ গুৰিত গৈয়া ভৈলা উপসন ॥
লাঞ্জে মেৰাই বৃক্ষ গোট লৈলন্ত উভাৰি ।
ৰামৰ সেনাক লাগি যান্ত লাম্ফ মাৰি ॥

হনূমন্ত জ্ঞাতিক কৰিলা নমস্কাৰ ।
সবাকে সম্বোদ্ধি বুলিলন্ত বাৰম্বাৰ ॥
হনূমন্তে সবাক মাতিল মুখ চাই ।
দুই গোট ফল লৈলো মোত দোষ নাই ॥

ভৰত লক্ষ্মণ নল নীল যত যত ।
সুগ্ৰীৱ অঙ্গদ আন কপিয়ো পৰ্য্যন্ত ॥
সবাহাঙ্কে হনূমন্তে গাৱে গাৱে দিল ।
পাছে হনূমন্তে বৃক্ষ গোট জোঙ্কাৰিল ॥

আপুনিয়ো গোট দুই খাইলা ৰঙ্গমনে ।
হৰিষে টকালি পাৰে অতি ঘনে ঘনে ॥
পুনৰপি বৃক্ষ গোট থৈলা নিজ থানে ।
শুনিয়োক সভাসদ অতি ৰঙ্গ মনে ॥

পুনৰ্ব্বাৰ ৰাম কটকত দিলা ধাৰি ।
নৰহে পৃথিবী ভাৰ কম্পে বসুন্ধৰী ॥
লঙ্কা নগৰী যে দশ দিবসৰ পন্থ ।
কটক সহিতে চলি যান্ত হনূমন্ত ॥

কতো দূৰে দেখন্ত নগৰ জ্যোতিষ্কাৰ ।
জাম্বৱক চাই পাছে সুমিত্ৰা কুমাৰ ॥
কাহাৰ নগৰ ইটো দেখি লাগে ডৰ ।
জাম্বৱে বোলন্ত এহি সিন্ধুৰা নগৰ ॥

বত্রিশ প্ৰহৰ পন্থ নগৰৰ গড় ।
অতি চমৎকাৰ ইটো সিন্ধুৰা নগৰ ॥
লঙ্কা নগৰত কৰি দুগুণ বহল ।
শুনি লক্ষ্মণৰ অতি মনে কৌতুহল ॥

চতুৰ্ভিতি বেৰি তাক আছয় সাগৰ।
হনূমন্তে বোলে কিনো সিন্ধুৰা নগৰ ॥
লক্ষ্মণে বোলয় বাপু শুনা হনূমান।
তুমি বিনা নগৰক যাৱন্তা নাহি আন ॥

চাই আহা নগৰৰ লক্ষণ কিমত।
স্বৰূপ জানিবা ৰাজা আছে কেন মত ॥
হেন শুনি বুলিলন্ত বায়ুৰ নন্দন।
সাৱধান হুয়া সবে থাকা সেনাগণ ॥

এতিক্ষণে যাইবোঁ মই নাহিকে সংশয়।
এহি বুলি দেও দিলা বয়ুৰ তনয় ॥
কতো দূৰে দেখিলা নগৰ জ্যোতিষ্কাৰ।
চাহন্তে চকুত অতি লাগে চমৎকাৰ ॥

সাগৰে বেৰিয়া আছে নগৰৰ গড়।
হনূমন্তে বোলে ধন্য ধন্য নৃপবৰ ॥
কতো বেলি দেখিলন্ত নগৰৰ দ্বাৰ।
মনুষ্যৰ হাত পাৱ সৰ্পৰ আকাৰ ॥

সেহিমতে নৰ নাৰী দেখি কৌতুহল।
মনুষ্যৰ হাত পাৱ সৰ্পৰ যে গল ॥
হনূমন্তে বোলে মই আৰু কিবা চাওঁ।
এহি মায়া ধৰি মই নগৰক যাওঁ ॥

চৌষষ্ঠি মায়াতে যে হনূমন্ত স্থবেশ।
সৰ্পৰ আকাৰ ভৈলা মানুষ্যৰ বেশ ॥
তাহাকো দেখিলা বীৰে যত চিত্ৰ কায়া।
নগৰ প্ৰবেশ ভৈলা ধৰি সিটো মায়া ॥

মায়া ধৰি হনূমন্তে নেথাকিল ৰই।
নাগাক্ষৰ দুৱাৰত প্ৰবেশিলা গই ॥
ভিতৰ দুৱাৰ লাগি যায় হনূমান।
দ্বাৰী পাই দূৰত ৰাখিলা সেহি ঠান ॥

ছন্ম কৰি কহে কথা বীৰ হনূমন্ত ।
শুনৰে দুৱৰী মোক পথ এৰি দেন্ত ॥
তোমাৰ দুৱাৰে আইলো জানাবাঁ নেজানা ।
কথা এক কহো মই কাণ পাতি শুনা ॥

সসৈন্যে সহিতে ৰাম সেনা দিলা ধাৰি ।
ৰাক্ষসৰ সেনা লৈয়া আইল কাচি পাৰি ॥
হনূমন্ত নামে যিটো মহা বীৰবৰ ।
তেহোঁ কিবা কাৰ্য্যে আসি পশিলা নগৰ ॥

দুৱৰী বোলয় সিটো নেদেখে'হোঁ ভাল ।
দুৱাৰ ছাৰিয়া মই নেযাওঁ একোকাল ॥
বিস্তৰ বুলিবে আৰ নালাগয় মোক ।
আপুনি ভিতৰে যাওঁ দুৱাৰ এৰিয়োক ॥

শুনা সভাসদ পদ কথা ৰামায়ণ ।
মনে গুণি চোৱাঁ ইটো কেদিন জীৱন ॥
ৰামৰ চৰিত্ৰ পান কৰা কৰ্ণ ভৰি ।
নিৰন্তৰে নৰে ডাকি বোলা হৰি হৰি ॥

---

### দুলৰি ।

দুৱৰী এৰায়া কপি লৰি গৈলা,
গডৰ উপাই পাইলা ।
বোলে কৰ ৰোল বানৰ দেখিয়া,
তহিতে কপি ৰহিলা ॥
ৰাজাৰ কুমাৰ অসংখ্যাত মানে,
আন যত নৰ আছে ।
সি সব লোকৰ স্বভাৱ দেখিয়া,
হনূমন্তে গুণে পাছে ॥

দেখি আছ আন                    বীৰ হনূমান,
কোপ কৰি দিল দেও।
দেখিয়া সবেও                    ভয়েসে থাকিলা,
লক্ষিতে নাপাৰে কেও॥
বুঢ়া পাত্ৰে বোলে                    শুনা তুমি কথা
থাকা তুমি কোন ঠাই।
হনূমন্তে বোলে                    একে একে শুনা,
বৰ্ণাবোঁ তোমাৰ ঠাই॥
হনূমন্তে বোলে                    শুনিয়ো বোপাই
কহোঁ তযু চৰণত।
সিন্ধুৰা নগৰ                    মোৰ নিজ থান
থাকো গড় বহিৰত॥
বুঢ়া পাত্ৰে বোলে                    শুনিয়োক বাপু
কহিয়োক তোৰ নাম।
হেন শুনি কপি                    পাত্ৰক কহয়
মোৰ কপিবৰ নাম॥
ভাৰ্য্যা পুত্ৰ মোৰ                    কিছুয়ে নাহিকে
মাগি যাচি আনি খাওঁ।
তোমাৰ চৰণ                    সেৱা কৰি থাকোঁ,
যদি অন্নে বস্ত্ৰে পাওঁ॥
বুঢ়া পাত্ৰে বোলে                    মোৰ পুত্ৰ বুলি
ৰাজাত নিয়া ভেটাওঁ।
হনূমন্তে বোলে                    কিছু দেখা নাই
তোমাৰ পাছত যাওঁ॥
নানা কৰ্ম্ম কৰি                    বৰ দুখ পাইলা
আমি ভৈলো তযু ভৃত্য।
পিতৃ মাতৃ মোৰ                    তুমিসে আটাই
কৰো মই কিবা কৃত্য॥

নানা অলঙ্কাৰে শৰীৰ মাৰ্জ্জিয়া
মাৰুতিক লৈয়া যাই ।
সাত খান সিংহ দুৱাৰ এৰায়া
ৰাজাৰ ওচৰ পাই ॥
শুনা সভাসদ অশ্বমেধ পদ
নকৰিয়ো মনে হেলা ।
পাতক ছাৰোক ৰাম বুলিয়োক
তৰিবাঁ সংসাৰ মেলা ॥

---

# গঙ্গাদাস সেন।

## মহাভাৰত—অশ্বমেধ পৰ্ব্ব।

জৈমিনি বদতি কথা শুনা নৰনাথ।
ঘোড়া লৈয়া দক্ষিণক চলিলেক পাৰ্থ॥
পৰ্ব্বতৰ মধ্যে ঘোড়া বনে বনে যাই।
হাতে ধনু ধৰি পাৰ্থ পাছে পাছে যাই॥

বন মধ্যে বন জন্তু দেৱতা কিন্নৰে।
যক্ষ গন্ধৰ্ব্ব সিদ্ধ তথা তপ কৰে॥
মহা মহা জন আছে পৰ্ব্বত নিবাসী।
হৰি ভক্ত যত প্ৰিয় ঋষি যে তপস্বী॥

নানা বৰ্ণ পক্ষীগণ নানা বৃক্ষ লতা।
নানা গন্ধে পুষ্পগণ বসন্তে পুষ্পিতা॥
দৈব গতি সেই ঘোড়া গিৰি গৈয়া চড়ে।
শিলা অঙ্গ হৈয়া ঘোড়া নিঃশব্দ হৈ পৰে॥

দেখিয়া বিস্ময় হৈল বীৰ ভাগ যত।
সত্বৰে জনাইলা গৈয়া পাৰ্থৰ আগত॥
শুনিয়া বিস্ময় হৈল অৰ্জ্জুনৰ মনে।
প্ৰদ্যুম্নে সহিতে গৈলা চাইতে কাননে॥

আসিয়া দেখিল ঘোড়া হৈছে অচেতন।
কি হৈল কি হৈল বুলি চিন্তিত ভৈল মন॥
নিঃশব্দ হৈয়াছে ঘোড়া পড়িছে শিলাত।
পৰ্ব্বত সন্নিধে গৈলা জিজ্ঞাসিবে মত॥

যৌবনাশ্ব নীলধ্বজ কর্ণৰ নন্দন।
সাত্যকী সহিতে কৰি এই পাঞ্চজন॥
সৌভৰি মুনিৰ তথা আছয়ে আশ্রম।
অতি বিচক্ষণ পুৰি নাহিকে উপাম॥

বসি আছে মহামুনি আশ্রম ভিতৰ।
জ্বাজ্বল্য সমান তেজ উদিত ভাস্কৰ॥
পৰিচয় দিয়া কথা কহে আপোনাৰ।
ভক্তিয়ে মুনিৰ পদে কৰি নমস্কাৰ॥

শিষ্য উপশিষ্য লৈয়া শাস্ত্র বিচাৰয়।
হেন কালে পার্থ গৈয়া তথাতে মিলয়॥
যুধিষ্ঠিৰ নামে ৰাজা হস্তিনা পুৰয়।
জ্ঞাতি পাপ ভয়ে তেহে যজ্ঞক কৰয়॥

ধনঞ্জয় নাম মোৰ অনুজ তাহাৰ।
সৈন্য লৈয়া আসি আছো ঘোড়া ৰাখিবাৰ॥
বিপৰীত ফল তাতে কিহেতু নাজানি।
ইহাৰ বৃত্তান্ত মুনি কহা তভো শুনি॥

ইহা শুনি হাসি বোলে সৌৰভি মহামুনি।
অর্জ্জুনকে সম্বোধিয়া বুলিলেক বাণী॥
অকাৰণে বোলা তুমি জ্ঞাতি কৈলে বধ।
তোমাৰ সম পৃথিবীত নাহিকে মুগধ॥

আপুনে স্রজিয়া সৃষ্টি আপুনি যে মাৰে
মনে তুমি ভাবি চাহা কিবা কাক পাৰে॥
সংসাৰ হৰিৰ লীলা শুন নৰবৰ।
কীট লতা গিৰি বৃক্ষ যত চৰাচৰ॥

ভক্তি ৰূপে যেই তুমি স্মৰয়ে জগন্নাথ।
শত অশ্বমেধ তুল্য কহিলো তোমাত॥
হেন হৰি থৈয়া তুমি সাৰথি ভাৰসা।
যজ্ঞৰ কাৰণ তুমি মিছা কৰ আশা॥

কল্প বৃক্ষ এৰিয়া মদাৰ আন কিনি।
গুঞ্জ হাৰ বাঞ্ছাকৰ এড়ি চিন্তামণি ॥
সাক্ষাততে থৈয়া হৰি তেজি আইলে এথা।
আতি মূঢ় কৰ্ম্ম তোৰ জানিলো সৰ্ব্বথা ॥

পাৰ্থে বোলে মুনিবৰ কহিছা সাফল।
বুজাতে নুবুজে মন বৰতো চঞ্চল ॥
সৰ্ব্ব পাপ খণ্ডে কৃষ্ণৰ লৈলে এক নাম।
মন পবিত্ৰ হয়ে কৰিলে যজ্ঞ কাম ॥

তেবে মুনিবৰে কহে অৰ্জ্জুন সাক্ষাতে।
শিলাৰ বৃত্তান্ত কহো শুনা তুমি পাৰ্থে ॥
উত্থান মুনিৰ ভাৰ্য্যা নাম তান চণ্ডী।
আপোন কৰ্ম্ম কৰে তেহে স্বামীৰ বাক্য খণ্ডি ॥

স্বামী যেই বাক্য বোলে তাক নাহি ধৰে।
নিজ মনে যেই ধৰে সেই কৰ্ম্ম কৰে ॥
যেই কালে সেই চণ্ডী পিতৃ ঘৰে ছিল।
উত্থানক বৰি নিয়া কন্যা বিহা দিল ॥

কন্যা দান দিলা বিপ্ৰ অগ্নি বিদ্যমানে।
চণ্ডী সম্বোধিয়া বাক্য বুলিলা তেখনে ॥
স্বামীত কৰিবা ভক্তি থাকিয়ো যতনে।
কদাচিতো নালঙ্ঘিবা স্বামীৰ বচনে ॥

চণ্ডী বোলে এই বাক্য ব্যৰ্থে কহ মোকে।
শুনিতে অশক্য কথা চিতে নাহি ঠেকে ॥
কদাচিতো নাৰাখিবো বচন তাহাৰ।
বাক্য লেশ কৰিলে ছাৰিবো বাৰেবাৰ ॥

সত্যে সত্যে তোমাতে কহিলো এই মজ্জা।
মন মোৰ স্বামীদেৱ মন মোৰ ৰাজা ॥
মনে মোৰ যেই লয়ে তাহাকে কৰিবো।
যেই বাক্য বোলে ভৰ্ত্তা তাকে নধৰিবো ॥

চণ্ডীৰ বচন শুনি হৈলন্ত দুঃখিত ।
হাসিয়া বুলিলা তেৱে মুনি সমুদিত ॥
ভাবিয়া ৰহিল দুষ্খ বিবাহেৰ কাল ।
শিশু বুদ্ধি বুলিলেক কালে হৈব ভাল ॥

তেৱে মুনি উদ্যান চণ্ডীক বিহা করি ।
আপোনাৰ সঙ্গে গৈয়া চণ্ডী সঙ্গে করি ॥
এই মতে ঘৰে চণ্ডী গৈল কত কাল ।
যৌৱন দেখিয়া মুনি বুলিলা সকাল ॥

অগ্নি পূজা কৰ চণ্ডী হৈয়া একচিত ॥
পাইবা উত্তম পুত্র মনেৰ বাঞ্ছিত ॥
অগ্নি না পূজিলে পুত্রৰ নাহি প্রয়োজন ।
এত শুনি ক্রোধে চণ্ডী বুলিলা বচন ॥

মুনি বোলে শুন কহো পৰলোক হিত ।
শুনিতে হৰিষ বৰ পৰম পিৰিত ॥
মুনি বোলে চণ্ডী মোৰ কমণ্ডলু ধৰ ।
চণ্ডী বোলে নাহি আমি তোমাৰ কুৰ্পৰ ॥

মুনিৰ হস্তৰ কমণ্ডলু কাঢ়ি লৈলা ।
ভূমিত আচাৰি তাক চূর্ণাকৃত কৈলা ॥
তোমাৰ আজ্ঞাকাৰি আমি তুমি হেন জানি ।
ৰাত্রি কালে শয়ন কৰয় একাকিনি ॥

কাম ভাৱে চাহে মুনি দিতে আলিঙ্গন ।
চক্ষু পকাই বোলে চণ্ডী নিষ্ঠুৰ বচন ॥
চণ্ডী বোলে থাক তুমি আপুনা জানিয়া ।
আৰ কিছু নাবুলিয়া আমাৰে দেখিয়া ॥

মুনি বোলে তোক আমি নাবুলি নিষ্ঠুৰ ।
থিৰ হৈয়া থাক তুমি আমি যাইয়ো দূৰ ॥
এই বুলি তেখনে বাইৰ হৈলা মুনি ।
ৰহিলা নিশব্দ মনে ধৰ্ম্ম ভাবি পুনি ॥

সুখে ঘৰে নাহি থাকে কান্দয় সদায়।
কান্দন্তে পুহাইল নিশা অন্ন নাহি যায়॥
সেই কালে কুণ্ডিল মুনি আসিল আশ্রমে।
শিষ্য সমে তথা আইলা তীৰ্থ যাত্ৰাক্রমে॥

গুৰু দেখি সম্ভ্ৰমে উঠিলা আথেবেথে।
পাদ্য অৰ্ঘ্য দিয়া পূজা কৈলা বিধি মতে॥
কুণ্ডিলে বোলয় বাৰ্ত্তা কহতো কুশল।
চিন্তা যুক্ত দেখি বৰ শৰীৰ দুৰ্ব্বল॥

সন্ততি হইছে কিবা কহ তপোধন।
সংসাৰত লতা শুদ্ধি পিণ্ডৰ কাৰণ॥
ভক্তিয়ে গুৰুৰ পদে কহেত উত্থান।
স্ত্ৰী নহে ঘৰে মোৰ বিধি বিড়ম্বন॥

পুত্ৰ কন্যা নাহি মোৰ আপোনে একক।
স্ত্ৰী মাত্ৰ আছে মোৰ কুলেৰ কলঙ্ক॥
কুল ধৰ্ম্ম নামানে নামানে বিবাহিতা।
তাহাৰ কাৰণে মোৰ এতেক অৱস্থা॥

বিভাৰ কৰিতে উঠে মন্দ বাক্য বুলি।
সম্প্ৰতি দেখিয়ো মোৰ পিতৃ শ্ৰাদ্ধ কালি॥
কেমন প্ৰকাৰে গুৰু উপেক্ষিয় তাৰে।
হেন জানি গুৰুদেৱ আজ্ঞা কৰ মোৰে॥

হাসিয়া কুণ্ডিলে বোলে নাহৈবা ব্যাকুলি।
ব্যাজ প্ৰকাৰে শ্ৰাদ্ধ কৰি দিব কালি॥
কিছু গুপ্ত সঙ্কেত অছায় এই কৰ্ম্ম।
মন্দ কৰ্ম্ম কৰিতে কৰয় ভাল কৰ্ম্ম॥

এত শুনি উত্থান হৰিষ ভৈলা চিত্তে।
চণ্ডীক বুলিলা কৰ্ম্ম আনিয়া আগতে॥
গুৰুদেৱ আসি আছে অতিথি আমাৰ।
ভোজন জিজ্ঞাস কিছু নকৰিবো তাৰ॥

চণ্ডী বোলে তোমাৰ জিজ্ঞাস কোন জন ।
কৰিবো অতিথি পূজা তোমাৰ চৰণ ॥
তেবে চণ্ডী ফল মূল আনিলেক কাছে ।
কৰিলা অনেক পূজা বিধি যেন আছে ॥

দেখিয়া হৰিষ মুনি মনে ভাবি পাছে ।
পাৰিবো সাধিতে কাৰ্য্য প্ৰকাৰ কৰি ব্যাজে ॥
মুনি বোলে পিতৃ শ্ৰাদ্ধ হৈবে কালি দিনে ।
নাকৰিবো কালি শ্ৰাদ্ধ হেন লয়ে মনে ॥

চণ্ডী বোলে শ্ৰাদ্ধ নাকৰিবা কেনে তুমি ।
শ্ৰাদ্ধৰ যতেক দ্ৰব্য আনি দিবো আমি ॥
মুনি বোলে শ্ৰাদ্ধ কালি হৈব দৈব যোগে ।
কথাহন্তে পাইবো বস্ত্ৰ শ্ৰাদ্ধে যেন লাগে ॥

ব্ৰাহ্মণক পাই কথা শ্ৰাদ্ধ কৰিবাৰ ।
বেদহীন ক্ৰিয়াহীন পতিত দুৰাচাৰ ॥
কান মূঢ় সাম দণ্ড পতিত দুৰাচাৰ ।
অঙ্গ হীন ক্ৰিয়া হীন আতি কদাচাৰ ॥

চণ্ডী বোলে তাকে আনি কোন প্ৰয়োজন ।
আনিবো বৰিয়া মই উত্তম ব্ৰাহ্মণ ॥
বেদত পাৰ্গতি হৈব শাস্ত্ৰ পৰায়ণ ।
পুত্ৰ ভাৰ্য্যা সুতা শুচি কুলীন ব্ৰাহ্মণ ॥

পিতৃ শ্ৰাদ্ধ পাৰি চণ্ডী দৈবেসে কৰিতে ।
স্বধাধিক ধান্য নাহি শ্ৰাদ্ধ পাত্ৰে দিতে ॥
বচনেক বোলো চণ্ডী শুনা মোৰ কথা ।
শ্ৰাদ্ধ নাকৰিবো কালি কহিলো সৰ্ব্বথা ॥

জীৰ্ণ বস্ত্ৰ কথা পাইবো শ্ৰাদ্ধত দিবাৰ ।
তণ্ডুল মিলিব কথা কৃষ্ণ শ্যাম কাৰ ॥
চণ্ডী ফুল কথা পাইবো কৰি পুৰস্কাৰ ।
নীল বস্ত্ৰ কথা পাইবো শ্ৰাদ্ধেত দিবাৰ ॥

শষ্য তৈল আনি দিয়া সাক্ষাতে অক্ষয়।
দীপ আৰোপণ কৰি শ্ৰদ্ধেৰ সময়॥
এসকল বস্তু যদি আনহ সাক্ষাতে।
তেবেসে কৰিবো শ্ৰাদ্ধ কহিলো তোমাতে॥

চণ্ডী বোলে এহি বাক্য মনে নাহি ৰুচে।
ভাল ভাল বস্ত্র দিবো বেদে যে কহিছে॥
শ্বেত তণ্ডুল পূৰ্ণ উপহাৰ দিবো পূৰি।
নানা দ্ৰব্য আনি দিলা সন্দেশ আদি কৰি॥

মনোহৰ সন্দেশ বটক ফেলিকাৰ।
পায়স মণ্ডিত সবে মোদক অপাৰ॥
দধি দুগ্ধ মোদক ঘৃত উত্তম কদলী।
তিল তৈল দিল দীপ কৰিতে উজ্বলি॥

শ্বেত তণ্ডুল দিল অন্ন ভুঞ্জ যে কৰিতে।
উত্তম বস্ত্ৰক দিল কাঞ্চনে সহিতে॥
উত্তম কদলী দিল তাম্বুল নাৰিকল।
কমণ্ডলু ভৰি শ্ৰাদ্ধে দিলা গঙ্গাজল॥

জৈমিনি বদতি কথা শুনহ ৰাজন।
উদ্দালক থানত চণ্ডী দিলে এক মন॥
বেদৰ বিহিত যত কৰ্ম্ম নিৰ্বহিল।
পাসৰিয়া মন ভ্ৰমি চণ্ডীক বুলিল॥

শ্ৰাদ্ধ অৱশেষ বস্তু তুলসী আৰ তিলে।
বিসৰ্জ্জনা কৰ নিয়া জাহ্নবীৰ জলে॥
শুনিয়া মুনিৰ বাক্য চণ্ডীৰ মন কষ্টে।
জলে নাহি পেলাইলা পেলাইলা উচ্ছিষ্টে॥

ইহা দেখি ক্ৰোধে শাপ দিলেক উদ্দালক।
শিলা হৈয়া চিৰকাল থাক এহি থান॥
পাণ্ডবে কৰিবা যজ্ঞ জ্ঞাতি পাপ ভয়।
ঘোড়া লৈয়া এথাতে আসিব ধনঞ্জয়॥

অৰ্জ্জুন পৰশে তোৰ হৈব অব্যাহতি।
ততকাল এথা থাক হৈয়া শিলা মূৰ্ত্তি॥
এহি বুলি গৈলা মুনি ক্রোধে শাপ দিয়া।
তথাতে ৰহিলা চণ্ডী শিলা মূৰ্ত্তি হৈয়া॥

দৈব যোগে সেই পথে ৰাম যাইতে হাটি।
ঠেকিলেক বাম পাৱ শিলাৰ উকটি॥
আচম্বিতে শিলা মূৰ্ত্তি হৈলেক প্রসন্ন।
দেখিয়া বিস্ময় হৈল শ্রীৰামৰ মন॥

ক্রুদ্ধ হৈয়া ৰামক বুলিলা চণ্ডী ৰামা।
কামভাৱ হৈয়া কেনে পৰশিলা আমা॥
ৰামে বোলে তোমাক আমি পৰ্শিলো নাজানি।
পূৰ্ব্ব ৰূপ হৈয়া থাক শিলা হৈয়া তুমি॥

এহি বুলি বনান্তৰে গৈলা ৰঘুনাথ।
শিলাময় হৈয়া চণ্ডী ৰহিলা তথাত॥
সৌভৰি মুনিয়ে বোলে শুনহ অৰ্জ্জুন।
তোমাতে কহিলোঁ মই শিলা চণ্ডী গুণ॥

চিৰকাল শিলা হৈয়া আছে এই ৰূপে।
পৰশ কৰস চণ্ডী মুক্ত হোক শাপে॥
মুনিৰ বচন শুনি পাৰ্থ কুন্তী সুতে।
প্রণাম কৰিয়া চণ্ডী পৰ্শিলা হাতে॥

মুক্ত হৈয়া উঠে চণ্ডী পাইলন্ত যৌবন।
বাৰ্ত্তা পায়া উদ্ধান আসিলা ততক্ষণ॥
অৰ্জ্জুনক বহুত কৰিলা পুৰস্কাৰ।
চণ্ডী লৈয়া গৈল মুনি ঘৰে আপোনাৰ॥

সষ্টিবৰ সুত সেনে গঙ্গা দাসে কয়।
চণ্ডী শিলা শাপ মুক্ত ষোড়শ অধ্যায়॥

---

# সুবুধি ৰাই।

## মহাভাৰত—অশ্বমেধ পৰ্ব্ব।

### সুধন্বা বধ।

পুনু ৰাজা জিজ্ঞাসিলা মুনিৰ আগত।
কহ দেখি পাচতে কি হৈল কেন মত ॥
শুনিতে অপুৰ্ব্ব কথা অমৃত ভাষিত।
সাধু বীৰ সুধন্বাৰ বিষ্ণু ভক্তি চিত ॥

জৈমিনি বদতি কথা শুনহ ৰাজন।
কৃষ্ণৰ মহিমা কথা নযাই কহন ॥
দয়াৰ ঠাকুৰ হৰি সেৱক বৎসল।
অনাথৰ নাথ হৰি কৰুণা কমল ॥

তৈল কটাত সুধন্বা আছয় সানন্দিত।
তাদেখিয়া দুই দ্বিজ হৈলযে ত্ৰাসিত ॥
দূতক পঠায়া দিলা বাৰ্ত্তা লৈতে সাৰ।
কিবা বোলে কিবা জপে বুজ সুধন্বাৰ ॥

দূতে আসি জিজ্ঞাসিলা সুধন্বা আগতে।
মুখ ভৰি কিবা জপ কহ শুনি তভে ॥
সুধন্বায়ে বোলে দূত শুন কহো তোকে।
কৃষ্ণ নাম পৰে আমি কি বুলিবো মুখে ॥

হৰি সে বান্ধৱ মোৰ হৰিসে সম্পদ।
যাহাৰ প্ৰসাদে এড়াই অঘোৰ আপদ ॥
পুনু দূতে কহিলেক মুনিৰ সমীপে।
কহিল সুধন্বা নাম কৃষ্ণ কৃষ্ণ জপে ॥

এই শুনি দুই দ্বিজ হৈইল বিস্মিত।
সাধু বীৰ সুধন্বাৰ বিষ্ণু ভক্তি চিত ॥
বিবেক নাহিকে আমাৰ অতি দৃঢ় বুকে।
হেন বৈষ্ণৱক আমি দিলো এত দুখে ॥

হাহা কৰি নিজ কৰ্ম্ম আপুনাকে নিন্দি।
কেন জগন্নাথে আমা দিলে হেন বুদ্ধি ॥
আমাৰ সম পাতকী ভুবন মধ্যে নাই।
প্ৰাণান্ত প্ৰায়শ্চিত্ত আমাক কৰিল গোসাই ॥

এই বুলিয়া হৃদয়ে ভাবিয়া দুঃখ কথা।
সুধন্বাৰ কাছে গৈলা তৈল কটা যথা ॥
তৈল কটা মধ্যেহানে সুধন্বাকে তুলি।
হৰিষে ধৰিয়া দুয়ো কৰে কোলাকুলি ॥

সুধন্বাত পৰি হাৰ মাগে দুই দ্বিজে।
আজি পৰিত্ৰাণ আমি হৈলোঁ তোমাৰ কাজে ॥
সাধু বীৰ ক্ষত্ৰী তুমি সাধু তোৰ চিত্ত।
দাৰুণ ব্ৰাহ্মণ আমি বিবেক বৰ্জ্জিত ॥

তৈলে তোমা পেলাইলোঁ নিষ্ঠুৰ হৈয়া চিত্তে।
অব্যাহতি পাইলা তুমি আপোনাৰ সত্যে ॥
তোমাক দহিতে নৰে শক্তিয়ে পায়ক।
পৰম বৈষ্ণৱ তুমি বিষ্ণুৰ সেৱক ॥

সংসাৰৰ সাৰ প্ৰভু জগন্নাথ স্বামী।
প্ৰণান্ত হৃদয়ে দৃঢ় কৰি আছা তুমি ॥
জগত প্ৰসিদ্ধ তুমি পুৰুষ সাধক।
পাপ বিবৰ্জ্জিত তুমি গুণ প্ৰকাশক ॥

ৰাজ পুত্ৰ ৰাজা তুমি অতুল্য বিক্ৰম।
সৈন্য লৈয়া যুদ্ধে চল না কৰ বিলম্ব ॥
পাণ্ডৱৰ পাৰ্থ ঘোড়া লৈয়া জগন্নাথে।
পাৰ্থে যে সাৰথি হৈয়া আসিছে এথাতে ॥

বাহুবলে অৰ্জ্জুনক জিনিয়া ৰণয়।
যশ কীৰ্ত্তি স্থিৰ কৰা পাছে পুণ্যচয় ॥
হংসধ্বজ সম্বোধিয়া বুলিলা ব্ৰাহ্মণ।
কুলৰ প্ৰদীপ তোৰ পুত্ৰ সনাতন ॥

মন্ত্ৰ জপি কৃষ্ণ নাম দৃঢ় কৰি মনে।
তৈল কটা উদ্ধাৰিল আপুনাৰ গুণে ॥
তেবে ৰাজা পুত্ৰক আনিয়া কৌতুহলে।
আলিঙ্গন দিয়া পুত্ৰ প্ৰিয় বাক্য বোলে ॥

নয়নে আনন্দ মোৰ পুণ্যৰ উদয়।
তুমি পুত্ৰৰ পিতৃ আমি নাহিকা সংশয় ॥
ক্ৰুদ্ধ হৈয়া তোমা পুত্ৰ পেলাইলো তৈলে।
কেশৱ প্ৰসাদে পুত্ৰ ৰাখিল অনলে ॥

ধৰ্ম্ম লজ্ঘ নাহৈলেক সত্য হোৱে ভ্ৰষ্ট।
সত্য হীন হৈল যদি অৱশ্যে হৈল নষ্ট ॥
তৈল কটা পেলাইলো তোমা নিষ্ঠ হৈয়া চিত্তে।
অব্যাহতে পাইলা তুমি আপনাৰ সত্যে ॥

এত শুনি দুঃখ হৃদয়ত নাধৰিয়ো তাপ।
ৰথ আৰোহণ কৰি যুদ্ধে চল বাপ ॥
ধনঞ্জয় আসি আছে গোবিন্দৰ সখা।
শুভক্ষণে কৰ গৈয়া তান সনে দেখা ॥

এহি যুদ্ধে বৰ লক্ষ কহো শুনে তাকে।
কৃষ্ণ মুখ দেখি কৰ জন্মৰ সাৰ্থকে ॥
এহি বুলি নৃপতি ঢোলত দিল বাৰি।
ধৰিল তুৰঙ্গ গৈয়া সৰ্ব্ব সৈন্যে বেঢ়ি ॥

ঘোড়া উপেক্ষণ কৰি আপানাৰ স্থানে।
দীপ ধুপ দিয়া ঘোড়া পূজিলা বিধানে ॥
পুনৰপি চলিলেক সংগ্ৰামৰ তৰ।
যথাতে আছয় বীৰ পাৰ্থ ধনুৰ্দ্ধৰ ॥

দীর্ঘ ধ্বজ চাৰু ৰথ বিচিত্র পতকা।
চাৰি ভিতে সৈন্য বহু নাহি লেখা জোখা॥
মহাৰথী গণ যত দেখিতে শোভিত।
বায়ু সম গতি ৰথ চামৰে বেষ্টিত॥

সুবর্ণৰ মালা গলে হাতে দিব্য ধনু।
বীৰ সব প্রসন্ন প্রকাশে যেন ভানু॥
যুদ্ধগামী হৈ ৰহিল ৰণ স্থলে।
ধৰিয়া বিচিত্র বাণ গগণ মণ্ডলে॥

সুধন্বা সুৰথ আৰু সুমতি সুধর্ম্মা।
বীৰ কেতু পূর্ণৰথ বীৰভাগ সমা॥
দুন্দুভি বিসান বায়ে বীৰ যে মাদল।
ঢাক ঢোল নানা বাদ্য কৰে কোলাহল॥

প্রসন্ন হৈইল তবে সৈন্য সমূচয়।
দেখিয়া বিস্মিত ভৈল বীৰ ধনঞ্জয়॥
প্রদ্যুম্ন সাত্যকী আৰ কৃতবর্ম্মা বীৰ।
বৃষকেতু মহাবীৰ প্রবীণ শৰীৰ॥

যৌবনাশ্ব অনুশল্য নীলধ্বজ নৃপ।
এসব বীৰ সব আইলা পাইলা যে সমীপ॥
সম্বুধিয়া ধনঞ্জয়ে বুলিলা বচন।
ঘোড়া নিল হংসধ্বজে কি হৈব এখন॥

এত শুনি কামে বোলে শুনা ধনুর্দ্ধৰ।
কৃষ্ণে যে কহিছই বাক্য চিত্তে হৈল মোৰ॥
পিতা কৃষ্ণে অঙ্গীকাৰ কৰিছে পূর্ব্বতে।
যুধিষ্ঠিৰ নৃপতিৰ ভীমৰ সাক্ষাতে॥

ধনঞ্জয় পৰে মোৰ নাহি বন্ধুজন।
সংগ্রামে সঙ্কেত তাৰে কৰিবো পালন॥
তাকে পাসৰিলা হেন লৱে মোৰ মনে।
যাৱতে আছয় মোৰ কণ্ঠাগত প্রাণে॥

সুধন্বা সুৰথ আদি যত বীৰগণ।
তীক্ষ্ণ শৰ ঘাতে সবাক কৰিবো নিধন ॥
প্ৰদ্যুম্নৰ বচন শুনিয়া কৌতুহলে।
অৰ্জ্জুনক সম্বোধিয়া বৃষকেতু বোলে ॥

নিশ্চিন্তিত হুয়া তুমি সুখে থাকা বসি।
মোৰ মনে সৈন্য সব তৃণ সম বাসি ॥
হংসধ্বজ সৈন্য জিনি বীৰ ভাগ যতে।
আনি দিবো যজ্ঞৰ ঘোড়া তোমাৰ আগতে ॥

এহি বুলি বৃষকেতু সিংহনাদ কৰে।
হংসধ্বজ সৈন্য প্ৰতি ধাইলন্ত সত্বৰে ॥
ৰথ আৰোহণ কৰি ধনু লৈয়া হাতে।
দঢ়াই ৰহিল গৈয়া সুধন্বাৰ আগতে ॥

কিৰীটি কুণ্ডল গলতলে মুক্তাহাৰ।
দেখিয়া সুধন্বা বীৰে কৰিলা প্ৰচাৰ ॥
বিচিত্ৰ কবচ গাৱে দেখিয় শোভন।
ইন্দ্ৰৰ সমান দেখি হাতে শৰাসন ॥

সূৰ্য্যৰ কিৰণ জিনি তেজ পুঞ্জময়।
অনুমানে বুজো তুমি বীৰ ধনঞ্জয় ॥
কোন বংশে জন্ম তোমা কাৰ হৱা পুত্ৰ।
আপোনা জনায়া কহ শাখা নাম গোত্ৰ ॥

বৃষকেতু বোলে বীৰ পৰিচয় লহ।
কাশ্যপ কুলত জন্ম সূৰ্য্য পিতামহ ॥
জগত প্ৰসিদ্ধ দাতা কৰ্ণ সেনাপতি।
বৃষকেতু নাম মোৰ তাহাৰ সন্ততি ॥

এত শুনি সুধন্বায় হাসিয়া বোলয়।
অল্প যশ হুয়া বেটা জাতিয়ে বৰ্ণয় ॥
সুধন্বা আমাৰ নাম যশেৰ সাগৰ।
জাতিয়ে ক্ষত্ৰিয় আমি চম্পকৰ ঈশ্বৰ ॥

মধুগুল্য গোত্র ঋষি ৰাজ বংশে জাত।
হংসধ্বজ নাম আমি জনাইলো তোমাত ॥
ত্রৈলোক্য প্রসিদ্ধ সূৰ্য্য জগত নায়ক।
তাহাৰ তনয় সে যে কর্ণৰ আত্মক ॥

এতেক প্রতাপ তুমি কৰ মোৰ ঠাই।
তিল মাত্র ৰহ আগে খণ্ডাইবো বড়াই ॥
বৃষকেতু বোলে বীৰ মিছা কৰ গৰ্ব্ব।
সংগ্রামে পশিলে বুজি যাব যেন দর্প ॥

এহি বুলি বৃষকেতু ক্রুদ্ধ হৈল মনে।
সৈন্যে সমে সুধন্বাক আবৰিলা বাণে ॥
তাদেখিয়া সুধন্বা কুপিত হৈল মনে।
ধনু ধৰি বায়ু বাণ তাৰিলা তেখনে ॥

তৃণ হেন বৃষকেতু উড়ুয়াইলা বেগে।
ভূমিত পেলাইলা নিয়া অৰ্জ্জুনৰ আগে ॥
ক্ষণেকে চেতন পাইলা কর্ণসুত বীৰে।
ৰণ মধ্যে প্রবেশিলা গৈয়া অভ্যন্তৰে ॥

ক্রুদ্ধ হৈয়া বীৰ সব হংসধ্বজ গণ।
মণ্ডলী কৰিয়া বেঢ়ে কর্ণৰ নন্দন ॥
চাৰি ভিতে ধনু ধৰি বিষম সন্ধানে।
সৈন্য সব কাটিয়া কৰিলা খান খানে ॥

শক্তিশেল এৰে বীৰ এৰে ভিন্দিপাল।
নাৰাচ মূষল আৰ অস্ত্র যে বিশাল ॥
মেঘে যেন বৃষ্টি কৰে তেনে পড়ে বাণ।
বৃষকেতু বীৰে তাক নকৰে কটাক্ষণ ॥

বাসুদেৱ স্মৰণে যেন পাপ নাহি ৰয়।
হেন মতে বীৰ সব কাটি কৈল ক্ষয় ॥
অস্ত্র নিবাৰিয়া বীৰ পৰম হৰিষে।
হংসধ্বজ সৈন্য কাটি পাৰে থানে থাসে ॥

সৰ বৃষ্টি কৰিয়া যে চাইলা সংসাৰ।
অস্ত্র ঘাতে সৰ্ব্ব সৈন্য কৰিলা সংহাৰ॥
তা দেখিয়া সুধন্বায়ে অগ্নি সম জ্বলে।
ধনু হাতে কৰিয়া কৰ্ণজে মহাবলে॥

গজ বাজী সৈন্য কাটি পাৰিলা ভূমিতে।
বাণে কাটি সৈন্য সব কৰি জৰ্জ্জৰিতে॥
ৰণ স্থলী নাহি দেখি বাণে অন্ধকাৰ।
বাণ কাটি বৃষকেতু হৈল আগুসাৰ॥

হংসধ্বজ সাৰথি সহিতে সুধন্বাকে।
পঞ্চ বাণে বৃষকেতু হানিলা মাঝ বুকে॥
পুনৰপি প্ৰবেশিলা সংগ্ৰাম ভিতৰে।
সৈন্য সব কাটিয়া পাৰয় নিৰন্তৰে॥

গৃদ্ধ পখে বিভুষিত ভয়ঙ্কৰ বাণ।
শিলাত ঘসিল বাণ বজ্রৰ সমান।
বিচিত্ৰ চামৰ চয়ে বিচিত্ৰ যে ধ্বজে।
ক্ৰুদ্ধ হুয়া ৰণে সবে ছেদিল কৰ্ণজে॥

ৰণ গজ অশ্ব ৰথ সাৰথি সহিতে।
চক্ৰে কাটি বৃষকেতু পাৰিলা ভূমিতে॥
কেতুৰ কাটিল মাথা কেতুৰ দুই কৰ।
পৰিল অনেক সৈন্য গৈল যমঘৰ॥

সৈন্য সংহত দেখিয়া সুধন্বাৰ মনে।
সন্ধানে পৰিয়া তেবে প্ৰবেশিলা ৰণে॥
অশ্ব ৰথ সাৰথিযে পঞ্চ বাণে ভেদি।
পঞ্চ বাণে সুধন্বায়ে পেলাইলেক ছেদি॥

ৰক্ত বৰ্ণ দুই আক্ষি কম্পাল যে কোপে।
বজ্ৰ হেন বাণ গোট হানিয়া ধনুকে॥
সূৰ্য্য সম তেজ বাণ আকৰ্ণ পুৰিয়া।
বৃষকেতুৰ বুকে হানে মৰ্ম্মস্থান চায়া॥

মূৰ্চ্ছিত হইয়া বীৰ পৰিয়া ৰথয়।
ৰথ লৈয়া সাৰথি পলাইয়া গৈল ভয় ॥
বৃষকেতু বিমুখ দেখিয়া ৰণ মধ্যে।
ক্ৰোধে প্ৰদ্যুম্ন গৈয়া প্ৰবেশিলা যুদ্ধে ॥

থাক থাক কৰি বীৰে প্ৰবেশিলা ৰণে।
সুধন্বাৰ উপৰে ক্ষেপিল পঞ্চবাণে ॥
বাণে বাণ নিবাৰিয়া হংসধ্বজ সুত।
ক্ৰোধ কৰি বাণ যোৰে যেন যমদূত ॥

শত বাণে প্ৰদ্যুম্নকে আবৰিলা ৰণে।
ৰথ অশ্ব বহুত কাটিয়া পাৰে বাণে ॥
চাৰি বাণে চাৰি ঘোড়া বিন্ধিয়া সত্বৰে।
বজ্ৰ হেন বাণ গোট আতি খুৰ ধাৰে ॥

বিচিত্ৰ বিচিত্ৰ কৈলা সৰ্ব্বাঙ্গ বিন্ধিয়া।
আপোনাৰ বিক্ৰমৰ পৌৰুষ দেখায়া ॥
তিনি বাণে ধ্বজ কাটি পাৰিলা ভূমিত।
সৰ্ব্বাঙ্গ বিন্ধিয়া বীৰে কৰি জৰ্জ্জৰিত।

প্ৰদ্যুম্নকে পঞ্চ বাণে হৃদয়ে হানে পুনি।
সিংহনাদ কৰিয়া কৰিল শঙ্খধ্বনি ॥
আৰ ধনু হাতে কৰি কৃষ্ণৰ কুমাৰ।
গগণ চানিল বাণে কৰি অন্ধকাৰ ॥

সুধন্বাৰ উপৰে যে বাণ চাইল আকাশে।
চতুৰ্ভিতি বাণ বৃষ্টি নেদেখি প্ৰকাশে ॥
অন্যো অন্যে দুই বীৰে বাণ বৃষ্টি কৰে।
মূৰ্চ্ছিত হৈইয়া বাণে পৰয় ৰুধিৰে ॥

খনো উঠে খনো পৰে ক্ষণো আকাশত।
আকাশত গতি কৰি ভ্ৰমে দুই ৰথ ॥
ক্ৰুদ্ধ হৈয়া সুধন্বায়ে সন্ধানে পুৰি ধনু।
সৰ্ব্ব গাৱে প্ৰদ্যুম্নৰ ভেদিলেক তনু ॥

কামদেৱ পৰাজিয়া হংসধ্বজ সুত।
ৰথ হস্তী কাটিলেক সৈন্য যে বহুত ॥
বিন্ধিয়া সকল সৈন্য কৰিয়া জৰ্জ্জৰ।
কৃত ব্ৰহ্মা উপৰে হানিলা পঞ্চশৰ ॥

তিনি বাণে তিনি শৰ কাটিয়া ত্বৰিতে।
সুধন্বাক পঞ্চ বাণে তাৰিলা পাচতে ॥
ধনু ধৰি অনুশল্য ৰণে গৈয়া পশে।
সুধন্বাৰ উপৰে তেবে বাণ যে বৰিষে ॥

একেশ্বৰে সৰ্ব্ব সৈন্য তুষিলেক ৰণে।
সুধন্বাক প্ৰশংসিলা সাধু সাধু জ্ঞানে ॥
সৈন্যৰ সহিতে বীৰ ধনু লৈয়া কৰে।
শৰ বৃষ্টি কৰে ৰাজা সুধন্বা উপৰে ॥

সুধন্বায়ে সৰ্ব্ব অস্ত্ৰ নিবাৰে লীলয়া।
শতে শতে অস্ত্ৰ কাটি ভূমিত পেলায়া ॥
নৱ বাণে ৰথ ছেদি পাৰিলা ভূমিত।
অনুশল্যৰ অঙ্গ বিন্ধি কৰিলা জৰ্জ্জৰিত ॥

মূৰ্চ্ছা গৈয়া ৰাজা পাছে পড়িলা ভূমিতলে।
ভাগ্যে প্ৰাণ ৰক্ষা গৈল পিতৃ পূণ্যফলে ॥
দৈত্য ৰাজা অনুশল্য পৰাজিত ৰণে।
পাৰ্থ সৈন্য বিন্ধিয়া জৰ্জ্জৰ কৈলা বাণে ॥

গজ বাজী ৰথ ধ্বজ বীৰ সমুদিত।
চক্ৰে যে কাটিয়া সব পাৰিলা ভূমিত ॥
ৰণ-গজ অশ্ব ৰথ পড়িল বহুল।
শোণিতে বহয় নদী মাংসে পঙ্কাকুল ।

জৈমিনি বদতি কথা মহাভাৰতয়।
পাৰ্থ সৈন্য হত অষ্ট দশম অধ্যায় ॥
কাৰ্ম্মুকক লৈয়া হাতে পুৰিয়া সন্ধান।
সাত্যকীৰ হৃদয়ে হানিলা পাঞ্চ বাণ ॥

ক্রুদ্ধ হৈয়া সুধন্বা সাত্যকীৰ কাটে ৰথ।
অযুতে অযুতে বাণ উঠে আকাশত ॥
সর্ব্বাঙ্গ বিন্ধিয়া বীৰে কৈলা জর্জ্জৰিত।
অশোক কিশোক বন বসন্তে পুষ্পিত ॥

অচেতন সাত্যকী যে পাইলা মন দুঃখ।
পৰিল অনেক সেনা হৈয়া যে বিমুখ ॥
নীলধ্বজ যৌবনাশ্ব বিমুখ হৈল ৰণে।
একে একে সকল জিনিল বীৰ গণে ॥

সৈন্য হত দেখিয়া কুপিত হৈয়া মনে।
আপোনে অর্জ্জুনে গৈয়া প্রবেশিলা ৰণে ॥
কাল কুঞ্জ নিবাৰ কীচক আদি কৰি।
ৰণ মধ্যে তুষিলোঁ শঙ্কৰ ত্রিপুৰাৰি ॥

কটাক্ষ নকৰিলোঁ মই সেসব ৰণত।
উপাধ্যায় দেখিলেক ভীষ্ম যেন মত ॥
সুধন্বায়ে বোলে পার্থ কহি আছ তত্ত্ব।
জানিয়া বিক্রম তোমাৰ তেজ বীর্য্য যত্ত ॥

জিনিয়া অনেক বীৰ কৰিছা বিজয়।
কিন্তু আজি যুদ্ধে দেখোঁ তোমাৰ সংশয় ॥
মোৰ সনে তুমি আজি কি কৰিবা ৰণ।
তোমাৰ ৰথে সাৰথি নাহিকা জনার্দ্দন ॥

তোৰ শক্তি সহিতে নবীন মোৰ বাণ।
অতি তীক্ষ্ণ ধাৰ বাণ বজ্রৰ সমান ॥
তোৰ গলা পাইবো পার্থ কহিলো নিশ্চয়।
বাপে যজ্ঞ কৰিব কাটিয়া সেই হয় ॥

দেৱতা সহায় কৰি যদি আইস পার্থ।
সাৰথি কৰিয়া যদি দেৱ জগন্নাথ ॥
তথাপি অর্জ্জুন আমি জিনিবো তোমাকে।
প্রাণ লৈয়া ঘৰে যায়ো যদি ভয় থাকে ॥

আমাক জিনিতে তোৰ নাহিকে শকতি।
কৃষ্ণ দৰশনে মৃত্যু পাইবোহো মুকুতি॥
আপোনাৰ প্ৰাণ যদি চাৱ ৰাখিবাৰ।
ভক্তি কৰি হৰি তোল ৰথৰ উপৰ॥

এত শুনি ধনঞ্জয় ক্রুদ্ধ হৈল মনে।
শত বাণে সুধন্বাক আৰোপিল বাণে॥
ধনুত টঙ্কাৰ দিল যেন বজ্ৰাঘাত।
দশ বাণ মাৰিলেক চাৰিয়া পশ্চাত॥

লক্ষ লক্ষ অযুতে অযুতে মাৰে বাণ।
বাণে অন্ধকাৰ কৰি ঢাকিল গগণ॥
অৰ্জ্জুনৰ বাণ সব তৃণ হেন দেখি।
পুনু অস্ত্র এড়িলেক ধনুত সন্ধানি॥

সুধন্বা কুপিত হুয়া শৰ বৃষ্টি কৰে।
বাণৰ উপৰে বাণ ক্ষেপিল অন্তৰে॥
বাণে অন্ধকাৰ কৰি ঢাকিল গগণ।
সৰ্ব্ব লোকে দেখিয়া বিস্ময় হৈল মন॥

তদন্তৰে অগ্নি বাণ ক্ষেপিলা অৰ্জ্জুনে।
সুধন্বাৰ সৈন্য পুৰি আসে হুতাশনে॥
সংসাৰ দহয়ে যেন আৰ বীৰ গণ।
দেখিয়া বিস্ময় হৈল সুধন্বাৰ মন॥

সুধন্বায়ে বৰুণ বাণ সত্বৰে এড়িলা।
মায়া মেঘ কৰিয়া সংসাৰে জল কৈলা॥
ভুবন ব্যাপিত মেঘে বিদ্যুত গগণে।
মহা বায়ু হৈল কেহো নুশুনে শ্ৰৱণে॥

মহাশব্দ কৰি শিলা পৰয়ে নিৰ্ঘাতে।
অৰ্জ্জুনৰ সৈন্য সব ব্যাকুল হৈল শীতে॥
প্ৰচণ্ড প্ৰচণ্ড ফুটা ঘনে শিলা বৃষ্টি।
অন্ধকাৰ চতুৰ্ভিতি নাদেখিয় সৃষ্টি॥

বিজুলি চমক ঘনে বজ্র হৱে পাত।
শ্ৰবণে নাশুনে কেহো বহে ঝঞ্ঝাবাত ॥
যতেক ময়ূৰ পক্ষী শীতে হৈলা নষ্ট।
যতেক চৰ্ম্মৰ বাদ্য সবে হৈলা ভ্ৰষ্ট ॥

যত সব সৈন্য তাৰ একোৱে নহৈল।
গজ বাজী সৈন্য যত একে দৃষ্টি ৰৈল ॥
বীৰঅঙ্গ বিবিধান বিবিধ বসন।
শীতে কম্পমান সব বঝাৱে দশন ॥

তাক দেখি অৰ্জ্জুনে মাৰিলে বায়ু বাণ।
উড়াইলেক মেঘ তেবে কৈলা খান খান ॥
ধ্বজ চক্র পতকা সব উড়াইল বতাসে।
স্থিৰ হৈল সৈন্য সব অৰুণ প্ৰকাশে ॥

দশো দিশ প্ৰকাশিত সূৰ্য্যৰ উদয়।
পৃথিবী শুখাইল ৰৌদ্রে সুখাই কৰ্দ্দময় ॥
সুধন্বায়ে বোলে পাৰ্থ তুমি বৰ বীৰ।
আপোনাৰ বাহু বলে সৈন্য কৈলা স্থিৰ ॥

ত্ৰিভুবনে নাহি বীৰ তোমাৰ সমান।
তাহাক কহিযে বীৰ ৰাখহ আপুন ॥
এহি বুলি সুধন্বা এড়িলে শীঘ্ৰে বাণ।
এড়িলা অৰ্জ্জুনক প্ৰতি যুড়িয়া সন্ধান ॥

বুকে আসি থেকে বাণ যেন বজ্ৰাঘাত।
আপোনাক ৰাখিতে পাৰ্থ বৰ পুৰুষাৰ্থ ॥
বাণে মূৰ্চ্ছা গৈল বীৰ নাহিকে চেতন।
কৃষ্ণ কৃষ্ণ অন্তৰে পুনু কৰয়ে স্মৰণ ॥

অৰ্জ্জুন স্মৰণে আইল দেৱ জগন্নাথ।
পৃষ্ঠত চাপৰ মাৰি বোলে উঠ পাৰ্থ ॥
চক্ষু মেলি নাৰায়ণ দেখি ধনঞ্জয়।
দণ্ডৱতে প্ৰণাম তেবে কৰে চৰণয় ॥

নাৰায়ণ সাৰথি অৰ্জ্জুন ধনুৰ্দ্ধৰ।
বাঢ়িল শৰীৰে বল শত গুণান্তৰ ॥
যাৰ নাম স্মৰণে সে আপদ উদ্ধাৰি।
সশৰীৰে তাৰ পক্ষ নাৰায়ণ হৰি ॥

অনন্ত ব্ৰহ্মাণ্ড পতি যাহাৰ সহায়।
ত্ৰিভুবনে তাক কিবা কৰিবে অপাই ॥
দূৰে থাকি সুধন্বায়ে দেখিয়া শ্ৰীপতি।
হৃদয়ে কৰিলা বহু প্ৰণাম ভকতি ॥

অৰ্জ্জুনক প্ৰশংসিয়া সুধন্বায়ে বোলে।
পৰম আনন্দ হৈয়া মন কৌতুহলে ॥
মূৰ্ত্তিমন্ত সাৰথি গোবিন্দ তাৰ ৰথে।
অখনে প্ৰতিজ্ঞা কৰ আমাৰে বধিতে ॥

পাৰ্থে বোলে তিনি বাণে সংহৰিব তোক।
নহে পুনু নৰকত গতি হৈবে মোক ॥
যদি পূৰিতে নৰি মনেৰ বাঞ্ছিত।
সত্য সত্য বাক্য এহি কহিলো নিশ্চিত ॥

সুধন্বায়ে বোলে পাৰ্থ এহি সত্য মোৰ।
তিনি বাণে তোমাৰ কাটিবো তিনি শৰ ॥
এই ঘোৰ ৰণ মধ্যে গতি হৌক মোৰে।
তিনি বাণ পৰে যদি লৱা চাৰি শৰে ॥

এ বুলিয়া সুধন্বা কুপিত হৈল মন।
শত বাণে ভেদিলেক শ্ৰীমধুসূদন ॥
তদন্তৰে বায়ু বাণ হানিয়া ধনুত।
আকাশে ভ্ৰমায়া ৰথ পাড়িল ভূমিত ॥

অৰ্জ্জুনক বাণ মাৰে চায়া দশোদিশ।
চক্ৰ হেন ফিৰে ৰথ ভূমি নাপৰশে ॥
আপুনাৰ ভুজ বলে কৃষ্ণ মহাসন্ত।
দুই হাতে ধৰিয়া ৰাখিতে নাৰে ৰথ ॥

কৃষ্ণে বোলে ধনঞ্জয় দেখহ আগতে।
মহাবীৰ সুধন্বাৰ তেজ বীৰ্য্য যতে ॥
ব্যৰ্থ তুমি প্ৰতিজ্ঞা কৰহ অকাৰণ।
তিনি বাণে সুধন্বাক বধিবা কেমন ॥

পূৰ্ব্বে যে প্ৰতিজ্ঞা কৈলা জয়দ্ৰথ বধে।
তাতে আমি যত দুঃখ পাইলো সেহি যুদ্ধে ॥
ভদ্ৰাভদ্ৰ নাহি বুজ একো ব্যৱহাৰ।
প্ৰতিজ্ঞা কৰহ তুমি শঙ্কট আমাৰ ॥

এক পত্নী ব্ৰত কৰে সদায়ে ধৰ্ম্ম মতি।
তুমি আমি কি কৰিবো তাহাৰ সঙ্গতি ॥
সুধন্বাৰ তেজ বীৰ্য্য বল দৰ্প জাতি।
তাহাক জিনিবাক পাৰে কাহাৰ শকতি ॥

প্ৰমাদ দেখিয়ো আজি সুধন্বাৰ যুদ্ধে।
পাৰ্থে বোলে পৰাজিবো তোমাৰ প্ৰসাদে।
তিনি বাণে পৰাজিবো নাহিকে অন্যথা।
কুণ্ডল সহিতে আজি কাটি পাৰো মাথা ॥

এহি বুলি শিলিমুখ লৈল ধনঞ্জয়।
সুধন্বাৰ দিকে তেবে অৰ্জ্জুনে নিৰীক্ষয় ॥
ধনুত যুৰিয়া বাণ পুৰিয়া সন্ধান।
দশোদিশ অলৌকিক দীপ্তি কৰে বাণ ॥

কৃষ্ণে বোলে পূৰ্ব্বে যেন গোবৰ্দ্ধন ধৰি।
ধেনু বৎস ৰক্ষা কৈলো আপোনাৰ পুৰি ॥
সেহি সব পুণ্য দিলো বাণৰ উপৰে।
সুধন্বাৰ মাথা গৈয়া কটোক সত্বৰে ॥

আকাশে থাকিয়া দেখে সব দেৱগণ।
সুধন্বা পাৰ্থৰ যুদ্ধ দেখিতে কাৰণ ॥
নানা অলঙ্কাৰে বেশ সুবেশ কৰিয়া।
কৌতুকে চাহান্ত দেৱে আকাশে থাকিয়া ॥

বাণ হানি সুধন্বা প্ৰতিজ্ঞা কৰি বোলে।
যত পুণ্য কৰি আছোঁ জন্মিয়া ভূতলে ॥
সেই পুণ্য ব্যৰ্থ যদি ব্যৰ্থ বাণ যাই।
অৰ্জ্জুনৰ বাণ তেবে কাটিয়া পেলাই ॥

গোবিন্দৰ নাম জপি বৰ ভক্তি চিত্ত।
এহি বুলি বাণ এড়ি দিলেক ত্বৰিত ॥
আকাশে চলিয়া যাই অৰ্জ্জুনৰ বাণ।
আসিতে সুধন্বা বাণ কৈলা খান খান ॥

হাহাকাৰ কৰয় বেঢ়িয়া সবে নৰ।
বিস্মিত দেৱতা গণ যত চৰাচৰ ॥
পুনৰপি অৰ্জ্জুনে বাণ সান্ধিলেক গুণে।
সুধন্বাক নিৰীক্ষিয়া চায়া কোপ মনে ॥

কৃষ্ণে বোলে ক্ষিতি দানে যত পুণ্য হয়।
সকলে দিলয়োঁ মই বাণৰ মুখয় ॥
সুধন্বাৰ মাথা গৈয়া কটোক ত্বৰিতে।
অৰ্জ্জুনয়ে ৰক্ষা পাউক প্ৰতিজ্ঞা পূৰিতে ॥

এত শুনি সুধন্বায়ে বোলে নাৰায়ণ।
আমাক বধিতে প্ৰভু তোমাৰ যতন ॥
তথাপি কাটিবো অৰ্জ্জুনৰ তিনি শৰ।
দেখহ গোবিন্দ তুমি থাকিলা অন্তৰ ॥

অৰ্জ্জুন বধিতে আমি কৰি আছো মন।
কৃতাৰ্থ কৰিয়া কৃষ্ণ কৰহ ৰক্ষণ ॥
ধন্য হে অৰ্জ্জুন তুমি কীৰ্ত্তি বৰ জাত।
আপোনাৰ পুণ্য কৃষ্ণে দিলেক তোমাত ॥

এবুলিয়া বাণ তেবে ঘুড়িলা সুধন্বা।
বাণৰ মুখত উঠে অগ্নি কণা কণা ॥
বাণ লৈয়া ধনঞ্জয় অগ্নি হেন ৰুষে।
কৃপণৰ ধন যেন এড়িলেক শেষে ॥

সূৰ্য্য সম তেজ বাণ উঠিল আকাশে।
গগণে চিন্তিত দেৱ ধৰণী মানুষে॥
দুই বীৰে ৰণ কৰে প্ৰলয়ৰ মত্ত।
জয় বিজয় কেহো নুবুজি মহত॥

তেবেতো সুধন্বা বীৰ হৈয়া প্ৰজ্বলিত।
কাটিয়া অৰ্জ্জুন বাণ পাৰিলা ভূমিত॥
কৃষ্ণে বোলে ধনঞ্জয় কি হৈব এখন।
প্ৰতিজ্ঞা পালিতে আজি নুবুজয় মন॥

নাবুঝিয়া কোন বুধি প্ৰতিজ্ঞা কৈলা বাক্য।
তোমাৰ সাহসে নবধিবা সুধন্বাক॥
সুধন্বা জিনিতে বীৰ নাহি ত্ৰিভুবনে।
তোমা আমা একত্ৰে জিনিব আজি ৰণে॥

ধন্য যে সুধন্বা বীৰ সাফল জীৱন।
প্ৰতিজ্ঞা পালিয়া বীৰ জিনি ঘোৰ ৰণ॥
কাৰ্য্য ৰাখিয়াছে বীৰ আপোনাৰ সত্যে।
অন্যায় কৰি বধো আমি তোমাৰ নিমিত্তে॥

ধনুকিত সান্ধি বীৰ লৱা এক শৰ।
এহি বাণে পাৰ্থ আজি জয় হৌক তোৰ॥
এহি বুলি নাৰায়ণে কৰে শঙ্খ ধ্বনি।
অৰ্জ্জুনেও দেৱদত্ত শঙ্খ ফুঁকে পুনি॥

তবে পাৰ্থ ধনুকত বাণ তোলে সান্ধি।
প্ৰতীক্ষা কৰিয়া বোলে কৃষ্ণ গুণনিধি॥
স্বৰ্গ মৰ্ত্ত্য পাতাল যতেক চৰাচৰ।
সব পুণ্য দিলো এই বাণৰ উপৰ॥

বাণৰ দক্ষিণে ব্ৰহ্মা হৈলা নিয়োজন।
মধ্য ভাগে কাল স্থিতি মুখে জনাৰ্দ্দন॥
পূৰ্ব্বে ৰাম অৱতাৰে বাণ নিয়োজিল।
শুনিয়া কৃষ্ণৰ বাক্য সুধন্বা হাসিল॥

জানিলো গোবিন্দ তোমাৰ প্ৰতিজ্ঞা বচন।
আমাক বধিতে তোমাৰ এতেক যতন ॥
তোমা সম ত্ৰিভুবনে নিৰ্দ্দয় নাহি হৰি।
আমাক বধিতে তুমি এত যত্ন কৰি ॥

প্ৰতিজ্ঞা কৰিছোঁ আমি সভাৰ ভিতৰ।
তথাপিতো তোমাৰ কাটিবো এহি শৰ ॥
অৱশ্যে মৰণ আছে বিধি হৈল বক্ৰ।
কৃষ্ণৰ প্ৰসাদে আজি কাটিবো এই চক্ৰ ॥

পাৰ্থে বোলে সুধন্বা তুমি কহি আছা তত্ত্ব।
পুনু অস্ত্ৰ নাধৰিবো সান্ধি ধনুকত ॥
এহি বাণে সংহৰিবো নাহিকে অন্যথা।
কিৰীটি সহিতে আজি কাটি পাৰো মাথা ॥

এহি বুলি বাণ সান্ধি লৈল ধনঞ্জয়।
অগ্নি সম তেজ বাণ মহা জ্যোতিৰ্ম্ময় ॥
সৰ্ব্বলোকে দেখিয়া হৈলন্ত চমকিত।
আকাশত দেৱগণ মনুষ্য ভূমিত ॥

প্ৰতিজ্ঞা কৰিয়া তেবে সুধন্বায়ে বোলে।
ৰাত্ৰি শিৱ লিঙ্গ পূজা কৰি কাশীপুৰে ॥
মণিকৰ্ণীকাত স্নান গয়া পিণ্ড চয়।
জপিলে কৃষ্ণৰ নাম যত পুণ্য হয় ॥

আৰো যত কৰ্ম্ম কৈলো জন্মিয়া ভুতলে।
সব পুণ্য ব্যৰ্থ হৱে চক্ৰ নাকাটিলে ॥
লজ্জা পাইব হংসধ্বজ দ্বিতীয় জননী।
প্ৰভাৱতী বনিতা বুলিব কুৎসী বাণী ॥

দেখহ গোবিন্দ তুমি আমাৰ মহত্ত্ব।
অৰ্জ্জুনৰ বিক্ৰম যে তেজ বীৰ্য্য যত ॥
এবুলিয়া কৃষ্ণ জপি বাণ এড়ে সান্ধি।
সাজিতে পাৰ্থৰ বাণ পেলাইল ছেদি ॥

ছেদা গৈয়া দুই খান পৰে অকস্মাৎ।
প্ৰলয় কালত যেন বজ্ৰ হই পাত ॥
বাণ কাটি সুধন্বা হৰিষ বহু হয়।
বাহুক্ষেপ কৰিয়া বুলিলা জয় জয় ॥

চন্দ্ৰৰ মণ্ডল কম্পে বাণ ছেদা দেখি।
দেখিয়া অৰ্জ্জুন হৈল মনত অসুখী ॥
কৃষ্ণে বোলে অৰ্জ্জুনযে স্থিৰ কৰ চিত্ত।
প্ৰতিজ্ঞা পূৰিব তোৰ মনৰ বাঞ্ছিত ॥

সমুখৰ অৰ্দ্ধ খান গৈয়া অকস্মাৎ।
অলক্ষিতে কাটি পাৰে সুধন্বাৰ মাথ ॥
সুমেৰুৰ শৃঙ্গ যেন ভাঙ্গিল পবনে।
শিৱে কোপানলে যেন দহিল মদনে ॥

তাপ দিয়া যেন মতে সূৰ্য্য অস্ত গৈল।
তেন মতে সুধন্বা পৰিল ৰণ স্থল ॥
তা দেখিয়া সৰ্ব্বলোক হৈল চমকিত।
আকাশৰ চন্দ্ৰ যেন পড়িল ভূমিত ॥

জৈমিনি বদতি কথা মহাভাৰতয়।
সুধন্বাৰ বধ উনবিংশতি অধ্যায় ॥
ভকতৰ ব্যৰ্থ নাহি প্ৰতিজ্ঞা লঙ্ঘন।
অৰ্জ্জুনৰ বাক্য ৰাখিলন্ত নাৰায়ণ ॥

হেন জানি নৰ লোক এড়া আন কাম
দুৰ্গতি যেন নাশ হৌক বোলা ৰাম ৰাম

# ভৱানী দাস।

## মহাভাৰত।

### অশ্বমেধ পৰ্ব্ব।

হেন বুলি প্ৰবেশিলা পাতাল ভুবনে।
পাতাল নিৱাসী যত দেখে নাগগণে
ৰথে চড়ি নাগ সবে হৈল উপস্থিত।
চতুৰঙ্গ দলে বলে হৈলন্ত বেষ্টিত॥

কুপিলেক বভ্ৰুবাহা দেখি নাগগণ।
সৰ্পগণ সম্বোধিয়া বুলিলা বচন॥
মণি নেদি বাপ মোৰ বধিবাৰে চায়।
প্ৰচণ্ড অগনি বাণ সহ দেখি গাৱ॥

বভ্ৰুবাহাৰ বাক্য শুনি অনন্ত নাগেশ্বৰ।
সৰ্প সব প্ৰবোধিয়া বুলিলা উত্তৰ॥
মণি নেপাই বভ্ৰুবাহা আসিলন্ত কষ্টে।
আবে কেনে প্ৰবোধ নকৰা ধৃতৰাষ্ট্ৰে॥

আজি ক্ষয় কৰিব সকল নাগপুৰি।
বভ্ৰুবাহাৰ শৰে আজি নযাইবা সাৰি॥
প্ৰচণ্ড অনলে আজি ভস্মিভুত হৈবা।
ধৃতৰাষ্ট্ৰ আজি কিবা উপাই কৰিবা॥

হেন বুলি নাগেন্দ্ৰ হৈলন্ত কোপমনে।
তক্ষক প্ৰভৃতি নাগ প্ৰবেশিলা ৰণে॥
নৃপতিৰ আদেশে চলিলা নাগগণ।
পুৰিহন্তে বাইৰ হৈইলা কৰিবাৰে ৰণ॥

পৰ্ব্বত সমান কাৰো ফণা ভয়ঙ্কৰ।
গৰল বৰিষে কেহো অৰ্জ্জুনী উপৰ॥
দুই চাৰি সত ফণা পাঞ্চ ছয় সাত।
ফুৰায়ে অগনি মুখে জ্বলে লাসবাত॥

বিষধৰী সৰ্প সব বৰিষয় বিষ।
সহস্ৰ ফণায়ে মণি সূৰ্য্যৰ সদৃশ॥
কুণ্ডল কৰ্ণত শোভা কৰয় শৰীৰে।
ধনু শৰ কাৰো চন্দ্ৰকান্তি মণি শিৰে॥

নানা ৰথে বিভূষিত অঙ্গৰ ভূষণ।
যেন স্বৰ্গ হন্তে নামি আইলা দেৱগণ॥
কিৰীটি কুণ্ডল মুণ্ডে জ্বলে অগ্নি হেন।
সুবৰ্ণৰ অলঙ্কাৰ দেখিতে শোভন্॥

হাড় কঙ্কণ আৰ নপুৰ পিন্ধিয়া।
গিৰি সম ফণা সব আছয়ে গুণিয়া॥
ৰথ গজ বাজী আনি জিমুত বাহন।
ভয়ঙ্কৰ মূৰ্ত্তি ধৰি আইলা নাগগণ॥

অক্ষয় পদাতি গজ বাজী বহুনাগ।
ৰথে সাজি আইলা নাগ বক্ৰুবাহাৰ আগ॥
পঞ্চ যোজনৰ পথ ব্যাপিল ৰণ স্থান।
বিষ বৰিষয় অগ্নি সবৰ সমান॥

গগণ মণ্ডলে তবে বাজে সৰ্পফণা।
শূন্যৰ উপৰে বৰিষয় অগ্নি কণা॥
বিষ নদী বহি যাই গগণমণ্ডলে।
নৰে সৰ্পে যুদ্ধ হৈল ভৰি ৰসাতলে॥

প্ৰলয় সময়ে যেন জ্বলিল অগনি।
বিষ ধাৰা বৰিষয় সৰ্পৰ বাহিনী॥
মুদ্গৰ মূষল গদা কুঠাৰ কুলিস।
বচদন্ত অৰ্দ্ধচন্দ্ৰ বৰিষয়ে বিষ॥

শৰ বৃষ্টি কৰে সৰ্পগণ নৰ সেনা।
বধিল অসংখ্য সেনা তুলি বজ্র ফণা॥
নাগে নৰে যুদ্ধ হৈল অদভুত প্ৰায়॥
দেৱাসুৰ গন্ধৰ্ব্বে আকাশে থাকি চাই॥

যক্ষ গন্ধৰ্ব্ব কিন্নৰ বিদ্যাধৰ।
কৌতুকে বিমানে থাকি চাহন্ত সমৰ॥
বিষদৃশে চাৰে নাগে মনুষ্যৰ দিকে।
বিষ শৰ বৰিষয় যুৰিয়া ধনুকে॥

বিষ জালে ভস্ম হৈয়া পৰে সেনাগণ।
ফুৰাৱে উৰাই শৰে দ্বাদশ যোজন॥
দন্ত ঘাৱে ডস্কি কতো কৰয় সংহাৰ।
বক্রুবাহাৰ সেনা যত কৰয় চুৰমাৰ॥

লেঙ্গুৰেৰ বাৰিয়ে তাৰাৱে বজ্রঘাত।
ভস্ম ৰাশি কৰি সেনা সব কৈলা পাত॥
ধৃতৰাষ্ট্ৰ মন্ত্রিবৰ ধাইলা কোপ কৰি।
বক্রুবাহাৰ সৈন্য সব মাৰিয়া প্ৰহাৰি॥

নানা অস্ত্র প্ৰহাৰি মাৰয় গজ বাজী।
শুনহ পাপিষ্ঠ নৰ কোথা যাইবা আজি॥
শৰ ঘাৱে ৰক্ত নদী বহে খুৰসান।
বিষ জালে গাৱৰ মাংস হৱে খানখান॥

প্ৰচণ্ড অনলে যেন দহে তৃণ ৰাশি।
বিষ জালে সৈন্য পুৰি হৈল ভস্মৰাশি॥
বিষ অগ্নি কণা পৰি মাংস পৰে খসি।
পৰ্ব্বত উপৰে যেন জড় ৰাশি ৰাশি॥

পৰিল অনেক সেনা দেখি পাৰ্থ সুত।
সংগ্ৰামে প্ৰবেশ কৰে কুপিয়া বহুত॥
ধনুকে মণ্ডিয়া গুণ পুৰিল টঙ্কাৰ।
প্ৰলয়ৰ মেঘ যেন গৰ্জিলা অপাৰ॥

সন্ধান পুৰিয়া বীৰে এৰিল পঞ্চশৰ।
ধৃতৰাষ্ট্ৰৰ ধনু কাটি পাৰিলা সত্বৰ॥
চাৰি শৰে চাৰি ঘোড়া কৰিলা সংহাৰ।
ধ্বজ জৰী দুই খণ্ড কৰে কৰ্ন্নিকাৰ॥

বিৰথী হৈলা মন্ত্রি দেখি পাৰ্থসুত।
বড় বড় নাগ মাৰি পাৰিলা বহুত॥
মণি ৰথ ভূষণ কৰিলা খণ্ড খণ্ড।
কুণ্ডল সহিতে কাৰো কাটিলন্ত মুণ্ড॥

ধৰণী মণ্ডলে পৰি মণিৰথে জলে॥
কেউৰ কঙ্কণ হাত লোটে ভূমিতলে॥
আকাশে প্ৰকাশে যেন নক্ষত্ৰ অশেষ।
জ্বলয়ে মুকুত মণি অধপৰি দেশ॥

ইন্দ্ৰে যেন দৈত্য মাৰি কৰিলা সংহাৰ।
নাগগণ বভ্ৰুবাহা মাৰিলা অপাৰ॥
ফণা সব কাটি পাৰে গিৰি শৃঙ্গসম।
মহাবীৰ বভ্ৰুবাহা অতুল্য বিক্ৰম॥

এৰিল গৰুড় বাণ পাৰ্থসুত বীৰে।
মূৰ্ত্তিমন্ত খগৰাজ ধৰি ধৰি গিলে॥
অনেক কাটিলা নাগ অযুতে নিযুতে।
ছেদা ফণাগণ খসি পৰে পৃথিবীতে॥

মধু অস্ত্ৰ বভ্ৰুবাহা এড়ে তদন্তৰে।
মধুধাৰ বৈয়া পৰে সৰ্পৰ উপৰে॥
তাহাৰ অন্তৰে এড়ে পিপিলিকা বাণ।
সন্ধান পুৰিয়া ধনু অৰ্জ্জুন নন্দন॥

পিপিলিকা মণ্ডলে যুড়িল ৰণস্থলি।
নাগ অঙ্গ কামোৰ মাৰয় মধুবুলি॥
খণ্ড খণ্ড কৰিলা সকল নাগ অঙ্গ।
ত্ৰাস পায়া নাগগণ ৰণে দিলা ভঙ্গ॥

কামোৰৰ ঘাৱে নাগ কৰে ধৰফৰ।
ধৰফৰি কৰি সবে উঠি দিলা লৰ॥
অগ্নি হেন জ্বলে গাৱে কামোৰৰ ছোটে।
মাংস খণ্ড খণ্ড হুয়া বিষে প্ৰাণ ফুটে॥

মস্তকে পৰিয়া তাৰ কৰে ৰক্ত পান।
বিষম মন্ত্ৰৰ তেজে পিপিলিকা বাণ॥
মাংস ৰক্ত পান কৰি দাৰুণ পিপিলিকা।
সৰ্পসব মাৰিলা নাহিকে লেখা জোখা॥

মূৰ্চ্ছিত যে হৈয়া নাগ পৰে মহীতলে।
যমপুৰে পশে সৰ্প পিপিলিকা বাণে॥
দিশ দিশন্তৰে গৈল পায়া বৰ ত্ৰাস।
কতো প্ৰাণ তেজে কতো আছে মাত্ৰ শ্বাস॥

তক্ষক বাসুকী আৰ কুলিক কৰ্কট।
ৰণ পৰিহৰি গৈল অনন্ত নিকট॥
ধৃতৰাষ্ট্ৰ প্ৰভৃতি প্ৰধান নাগগণ।
ভয় পায়া অনন্তত পশিলা শৰণ॥

নাগগণে বোলে শুনা নাথ অধিকাৰী।
ভঙ্গ দিলা সৰ্পসব ৰণ পৰিহৰি॥
মানুষ্য নোহয় গোসাই তোমাৰ দুহিত্ৰ।
বভ্ৰুবাহনৰ হেন যমৰ চৰিত্ৰ॥

শৰ ঘাৱে মধু ধাৰে মণ্ডিলেক নাগ।
পুনু পিপিলিকা পুঞ্জে পাইলেক লাগ॥
মধু গন্ধে আমোদিত পায়া পিপিলিকা
নাগ যত বধিলেক নাহি লেখা জোখা॥

দাৰুণ গড়ুৰ বাণ এড়ে বাহুবলে।
কঙ্ক পক্ষী হুয়া নাগ ধৰি ধৰি গিলে॥
দাৰুণ মনুষ্যৰ শৰ সহন নযাই।
মন দিয়া চিন্তা নাগ জীৱৰ উপাই॥

শিঘ্র কৰি বভ্রুবাহাক ফিৰায়ো ৰাজন।
কি কৰিব সুধা মণি প্রাণ মহাধন ॥
শুনিয়া অনন্তে হাঁসি বুলিলা বচন।
পূর্ব্বে আমাৰ বাক্য নুশুনিলা নাগগণ ॥

বিৰুধিয়া মণি ৰাখা নোহয় উচিত।
বভ্রুবাহা আসিয়া কৰিবে বিপৰীত ॥
পুণ্ডৰিক মণি লৈয়া যাই যদি আগে।
তবে কেনে এদুঃখ পাইলা জ্ঞাতি বর্গে ॥

আপোনাৰ কুবুদ্ধিয়ে ফলিল অকার্য্য।
মনুষ্যত হাৰিলা ভাই নাভাবিয় লাজ ॥
ত্রিভুবনে এক মাত্র ৰহিল দুর্ণাম।
মনুষ্যত সর্প সবে হাৰিল সংগ্রাম ॥

মণিৰ কাৰণে সবে পাইলা এমন।
জীবা যদি মণি লৈয়া চল বিদ্যমান ॥
যথা আছে আপুনে সাক্ষাতে দামোদৰ।
তথা মণি লৈয়া তুমি চলহ সত্বৰ ॥

ক্ষীৰোদ সমুদ্র মধ্যে যাহাৰ নিবাস।
কাম ধেনুশ্বৰ ভিতে কিবা অভিলাস ॥
কল্পবৃক্ষ ৰূপে যাৰ যথা আছে গুৰু।
তথা কিবা কার্য্য কৰিবেক অন্য তৰু ॥

পৃথিবীক আইস নাগ আমাৰ সহিতি।
গড়ুৰ বাহনে নাগ দেখিবা বিদিতি ॥
যাৰ ত্রাসে পলাৱে সকল নাগগণ।
সেই পক্ষী দেখিয়া সবে পশিবা শৰণ ॥

দৃঢ় ভক্তি ভাৱে যাৰ কৃষ্ণ থাকে মনে।
কি কৰিতে পাৰে তাকে গড়ুৰৰ প্রাণে ॥
হেন বুলি মণি লৈয়া ধন ৰথ মানে।
বভ্রুবাহাৰ আগে লৈয়া যাই নাগগণে ॥

অনন্ত দেখিয়া বীৰে কৈলা নমস্কাৰ।
বোলে কাৰ্য্য সিদ্ধি হৈব চল নিজ ঘৰ ॥
নাগেন্দ্ৰ বচনে বভ্ৰুবাহা হৰষিত।
মণি পায়া ৰঙ্গ মনে চলিল পুৰিত ॥

নানা ৰথ মণি লৈয়া চলে নাগগণ।
চলিলেক মণিপুৰে লৈয়া মণিধন ॥
এথা ধৃতৰাষ্ট্ৰ মনে দুঃখ পায়া মনে।
দুই পুত্ৰ আনিয়া কহিলা তাৰ স্থানে ॥

দুমুৰ্খ দুৰ্ব্বুধি দুই পুত্ৰ সহোদৰ।
সত্য ধৰ্ম্ম বিবৰ্জ্জিত দুষ্ট কলেৱৰ ॥
আনি দুই পুত্ৰ মন্ত্ৰি কহে বিগুমান।
মোৰ গাৱ নসহে মনুষ্যৰ অপমান ॥

পুত্ৰ হৈলে পিতৃ কাৰ্য্য কৰিবা অৱশ্য।
মোৰ অপমান খণ্ডি ৰাখিবাহা যশ ॥
কিৰূপে নিজীবে বীৰ পাণ্ডুৰ কুমাৰ।
কিৰূপে কৰে যজ্ঞ ধৰ্ম্ম নৃপবৰ ॥

এই দুই কাৰ্য্য পুত্ৰ কৰ যত্ন কৰি।
কিমতে নিৰ্যান পুত্ৰ হৰে মোৰ বৈৰী ॥
হৃদয়ৰ শাল মোৰ কৰিবা দূৰ।
নহে প্ৰাণ তেজি আমি যাইবো যমপুৰ ॥

দুৰ্ব্বুধি বোলয় বাপ পৰিহৰা শোক।
কোন কাৰ্য্য তোমাৰ মনে পায়া এত দুঃখ ॥
আমি দুই সহোদৰ কুশল যাৱত।
তাৱত কি পুণ্য কথা তদধৰ্ম্মব্ৰত ॥

পৰ ধৰ্ম্ম ভাঙ্গিতে আমি সে ভালে জানি।
সি বুদ্ধি কৰিবো পাৰ্থ নিজীব পৰাণি ॥
সমুদ্ৰে পেলাইবো মুণ্ড নাপায়ে সিস্থানে।
বিচাৰি নেপায় যেন বিনতা নন্দনে ॥

যজ্ঞ কাৰ্য্য যুধিষ্ঠিৰৰ কৰিবো বিধংস ।
তেবেসে সৰ্ব্বথা মোৰ জন্ম নাগ বংশ ॥
ৰাজাৰ সভাক তুমি চলহ সত্বৰ ।
চলি যাওঁ আমি মণিপুৰৰ নগৰ ॥

পিতৃ নমস্কাৰি চলে দুৰ্ব্বদ্ধি দুৰ্ম্মুখ ।
মণিপুৰে গৈলা দুই হৈয়া যে কৌতুক ॥
যথাতে পৰিয়া আছে পাৰ্থ ধনুৰ্দ্ধৰ ।
দেখে বহু সেনাগণ চৌদিশে পসৰ ॥

চাৰি দিশে ধনু ধৰি আছে ৰথ ৰথী ।
শিৰ হৰি অন্তৰীক্ষে চলিলা দুৰ্ম্মতি ॥
লক্ষিবাৰে নাপাৰিলা যত সেনাগণ ।
জল মধ্যে শিৰ খেপি ৰাখিলা ঘোৰ বন ॥

মস্তক কম্পায়া দুয়ো হৈল হৰষিত মন ।
গুপ্তবেশে তথাতে ৰহিলা দুই জন ॥
শিৰ নেদেখিয়া সৈন্যে হৈলন্ত মূৰ্চ্ছিত ।
উলুপিৰ স্থানে গৈয়া জনাইলা ত্বৰিত ॥

চিত্ৰাঙ্গদা উলুপি শুনিয়া শোকাকুলে ।
ভূমিত পৰিয়া কান্দে হাকুলে ব্যাকুলে ॥
হেন কৰ্ম্ম কৰিলেক কোন পাপ মতি ।
বিধাতা বিৰোধ ভৈলা নিজীলেক পতি ॥

বিলাপ কৰিয়া কান্দে কৰি দীৰ্ঘ ৰায়
হৃদয়ে হানয মুষ্টি আতি মৰ্ম্ম ঘায় ॥
হেন কালে বভ্রুবাহা নাগগণ সঙ্গে ।
মণি হস্তে পুৰে প্ৰবেশিলা বহু ৰঙ্গে ॥

আচম্বিতে বভ্রুবাহা শুনয় ক্রন্দন ।
শিৰ নিলে কোন জনে ঘোষে সৰ্ব্বজন ॥
দেখিল জননী দুই ভূমিত লোটায়ে ।
অৰ্জ্জুনৰ পদে ধৰি কান্দে আতিশয়ে ॥

আচাৰেক ভূমিত পৰিল বভ্রুবাহা।
পিতৃ নাহি জীল কান্দে লোটায়ে যে দেহা॥
হিন্দোল হৈয়া কান্দে কৰি শোকাকুলি।
পৰস্পৰ বচনত খনে নাহি শুনি॥

শুনা জন্মিজয় ৰাজা বচন অদ্ভুত।
এথা মণিপুৰে কান্দে অৰ্জ্জুনৰ সুত॥
হস্তিনা নগৰে তথা কৃষ্ণ যুধিষ্টিৰ।
অৰ্জ্জুনৰ কুশল চিন্তে ৰাজা মহাধীৰ॥

যেই দিনা পড়ে পাৰ্থ বৃষকেতু সঙ্গে।
সেহি দিনা কুন্তী স্বপ্ন দেখে বিৰঙ্গে॥
কৃষ্ণৰ আগত আসি কহিলা ত্বৰিতে।
যথা যুধিষ্ঠিৰ বসি আছয় সভাতে॥

মোৰ পুত্র অৰ্জ্জুন সংগ্রামে ভৈলা পাত।
বিপৰীত দেখিলো মই অসুভ লক্ষণ।
কুশলে থাকোক মোৰ অৰ্জ্জুন নন্দন॥
তেল কুম্ভে মজি আছে সৰ্ব্বাঙ্গ সহিত।
ধূলা বৃষ্টি গোময়ে সকলে বিভূষিত॥

কৃষ্ণ বস্ত্র পৰিধান ওঁড় মালা গলে।
কন্ধ মাথা নাহি বীৰ বৃষকেতু তুলে॥
গৰ্দ্ধবে চড়িয়া দুই বৃষকেতু পাৰ্থে।
চলিল দক্ষিণ মুখে আতি আথেবেথে॥

কৃষ্ণ বৰ্ণ পুৰুষ দীঘল ভুজ দণ্ডে।
গলে জড়ি দিয়া পেলে দক্ষিণৰ কুণ্ডে॥
কুন্তী ভীম দৈৱকী যশোদা সঙ্গে কৰি।
শিঘ্র কৰি কৃষ্ণ চলিলন্ত মণিপুৰি॥

দেখিলেক অতি ঘোৰ প্রচণ্ড ঘৰখান।
কনকে ৰচিত মণি মুকুতা নিৰ্ম্মাণ॥
চন্দ্রমণি সূৰ্য্যমণি কনকে ৰচিত।
কনক কলস শোভে অদ্ভুত গম্ভিত॥

মুক্তাৰ খিচনি শোভে অদ্ভুত সাজন।
দেখিয়া মুনিৰ মন হৰেত মোহন॥
সহস্রে সহস্রে নাৰী অলঙ্কাৰ পিন্ধি।
উলুপি বেৰিয়া তাৰা আছে পুৰ নাৰী॥

চন্দ্র সম বদন আঞ্চলে ঢাকি গায়।
মেঘ আৰে শশধৰ লুকাইল প্রায়॥
মুনিৰ মন মোহপাৰে কামিনী নাৰী।
বিনোদ নাগেৰী সব পৰম সুন্দৰী॥

প্রসন্ন বদন মুক্তা সদৃশ পঙ্কতি।
গলে হেমহাড় কুচছ কমল আকৃতি॥
ভীমে বোলে কৃষ্ণদেৱ দেখা অদভুত।
গৃহ গোট শোভে যেন চম্পক বিদ্যুত॥

উদিত ভাস্কৰ যেন কৰয় প্রকাশ।
নাৰীগণ দেখি চন্দ্রমণি জিনি হাস॥
পুৰীৰ নির্ম্মান যেন চন্দ্রৰ উদয়।
ৰাজ্যৰ নির্ম্মান দেখি লাগয় বিস্ময়॥

এহি কথা কহি আইলে অর্জ্জুনৰ কাষে।
দেখিলেক শিৰ নাহি কন্ধ পৰি আছে॥
দেখিয়া দুখীত হৈয়া শোকে দহে তনু।
ভূমিত পৰিয়া যেন লুটি আছে ভানু॥

গদা হৃদে কৰি ভীম পৰিল ভূমিত।
ভাই ভাই ডাক চাৰি হৈলন্ত মূৰ্চ্ছিত॥
দৈবকী যশোদা কুন্তী কান্দে দীর্ঘ নাদে।
কৃষ্ণ মাত্র স্তব্ধ হুয়া ৰহিলা নিশব্দে॥

ভীমে বোলে দামোদৰ দেখহ বিদিতে।
অর্জ্জুন সদৃশ বীৰ নাহি পৃথিবীতে॥
হেন প্রাণ ভাই মাৰি আছে কোন বীৰ।
লাগ পাইলে গদা ঘাৰে চূর্ণ কৰো শিৰ॥

অৰ্জ্জুনৰ আগে পৰি আছে বৃষকেতু।
হেন কৰ্ম্ম ফলি আছে নাজানি কোন হেতু॥
হেন বুলি ভীম বীৰ কৰন্ত বিলাপ।
হাহা পাৰ্থ কিৰূপে সহিবো তোৰ তাপ॥

ভীমে বোলে হেন কৰ্ম্ম কৈল যেই জন।
গদা বাৰি মাৰি তাৰ লৈবোহোঁ জীৱন॥
ভীমৰ বচন শুনি বভ্রুবাহা বীৰে।
শোকে তনু দহে পুনু বোলে ধীৰে ধীৰে॥

পৰিচয় দিয়া বীৰে কহে গদ গদ।
মইসে পাপীষ্ঠে কৈলো তোমাৰ ভাতৃ বধ॥
বৃষকেতু প্ৰভৃতি যতেক বীৰগণ।
দাৰুণ সমৰে সবে কৰিলো নিধন॥

পিতৃ বধ কৰিলো পাপিষ্ঠ আমি চাৰ।
ইহলোকে পৰলোকে নাহিকে নিস্তাৰ॥
এই গদা ঘাৱে মোৰ ভাঙ্গিয়ো পৰাণ।
তেবে শোক সন্তাপ হৈব সমাধান॥

কৃষ্ণৰ সাক্ষাতে বভ্রুবাহা কহে পুনি।
কৰপুত দিয়া তেবে কহন্ত অৰ্জ্জুনী॥
সমৰে বধিলো পিতৃ মই কুলাঙ্গাৰ।
উলুপিৰ উদ্দেশ্যে গৈলো মণি অনিবাৰ॥

নাগলোক জিনিয়া আনিলো দিব্য মণি।
আচম্বিতে শিৰ কোনে হৰিলা নাজানি॥
বেঢ়িয়া ৰাখিলো সৈন্যগণে চাৰি ভিতে।
কোন দুষ্টে আসি শিৰ নিলে আচম্বিতে॥

কোন বুদ্ধি কৰি পাপী জীয়াইবো জনক।
কৰুণা সাগৰ প্ৰভু বুদ্ধি বোলা মোক।
নহে মোৰ শিৰচ্ছেদ কৰা চক্র হানি।
পাপ দেহ আমাক নাছাৰা চক্রপাণি॥

পিতৃবধি কাৰণে আমাক নাহি চাৱ।
তুমি জাকে কৃপা কৰা পাপৰ কিবা দায় ॥
মোৰ পিতৃ জীৱাতে নকৰা অৱধান।
বিষানল খায়া মই তেজিবো পৰাণ ॥

হেন বুলি বক্রুবাহা কান্দে দীৰ্ঘৰাৱে।
ভক্তি ভাৱে ধৰিয়া কৃষ্ণৰ দুই পাৱে ॥
উত্তৰ নিদিয়া কৃষ্ণে আছে গুৰুত্তৰে।
চতুৰ্ভিতে বেঢ়িয়া কান্দয় সৰ্ব্ব নৰে ॥

হাহা ধনঞ্জয় বুলি কান্দে কুন্তী মাতা।
অভাগিনী মাৱ এড়ি পাৰ্থ গৈলা কোথা ॥
অকান্দতে কান্দয়ে পুত্ৰৰ ৰূপ দেখি।
শ্ৰীকৃষ্ণক সম্বোধিয়া বোলয়ে বাসুকী ॥

শুনা কৃষ্ণ জনাৰ্দ্দন ত্ৰিভুবনৰ পতি।
তুমি বিনে পাণ্ডৱৰ আন নাহি গতি ॥
কৃপা কৰি পাণ্ডৱৰ হুয়োক সদয়।
তোমা অৱধানেসে জীৱয় ধনঞ্জয় ॥

ত্ৰিভুবনে যতেক আচয় চৰাচৰ।
তুমি সে সবাৰে প্ৰাণ দয়াৰ সাগৰ।
সকলে বেঢ়িয়া কান্দে শোকে দগ্ধ হুয়া।
তোমাৰ সেৱক প্ৰভু তোলহ জীৱায়া ॥

শিৰ পুনু যেই হৰি নিচে দুষ্ট মতি।
তোমাৰ অগোচৰ নোহে শুনা যদুপতি ॥
পৃথিবী পৰ্ব্বত আৰ পাতাল সাগৰ।
সপ্ত স্বৰ্গ নোহে পুনু তোমাৰ অগোচৰ ॥

মণি হেতু কদাপি নিজীয়ে ধনঞ্জয়।
বিনে কৃপা সিন্ধু তুমি হুয়োক সদয ॥
হেন জনি জীৱায়ো অৰ্জ্জুন ধনুধৰ।
পিতৃশোক সন্তাপ গুচায়ো প্ৰভু মোৰ ॥

বাসুকীৰ বচন শুনিয়া বোলে নাৰায়ণ।
বোলে সভা খণ্ড শুনা আমাৰ বচন ॥
যত পুণ্য কৰি আছে পাৰ্থ ধনুৰ্দ্ধৰ।
তাৰ ফলে আসোক শিৰ সভাৰ ভিতৰ ॥

যেই দুষ্টে হেন কৰ্ম্ম কৈল বিপৰীত।
তাৰ শিৰ ছেদ হৈয়া পৰোক পৃথিবীত ॥
এতেক শাপিল যদি দেৱ যদুপতি।
দুই নাগৰ শিৰছেদ হৈয়া পৰে খিতি ॥

অৰ্জ্জুনৰ শিৰ আসি হৈল উপসন্ন।
দেখি সৰ্ব্ব লোকৰ বিস্ময় হৈল মন ॥
তেবে নাগ স্থান হস্তে মণি লৈয়া হৰি।
সভাখন সম্বোধিয়া বোলে যত্ন কৰি ॥

বৃষকেতু অৰ্জ্জুন পৰিছে ঘোৰ ৰণে।
কাক জীয়াও আগে বোলা সৰ্ব্বজনে ॥
কুন্তী বোলে বৃষকেতুৰ শোকে মৈল পাৰ্থ।
আগে বৃষকেতুক জীয়াই অৰ্জ্জুন পাছত ॥

মণি হাতে কৰি কৃষ্ণে বুলিলা বচন।
হৰৰ আজ্ঞায়ে জীয়া উঠা দুই জন ॥
কান্ধে শিৰ একত্ৰ কৰিয়া নাৰায়ণ।
মণি যুগে জল দিলা স্বহস্তে আপন ॥

আগে জীয়াই উঠিলেক কৰ্ণৰ নন্দন।
তাৰ পাছে ধনঞ্জয় উঠিলা তেখন ॥
প্ৰদ্যুম্ন প্ৰভৃতি উঠে সতেক যাদৱ।
তাত পাছে উঠিলেক যত প্ৰজা সব ॥

# হৰিদাস বিপ্ৰ।

## মহাভাৰত—অশ্বমেধ পৰ্ব্ব।

### সুধন্বা বধ।

হেন স্তুতি কৰিলন্ত সুধন্বা কুমাৰ।
মহাতুষ্ট ভৈল প্ৰভু দেৱ গদাধৰ ॥
কাৰুণ্য হৃদয় নাৰায়ণ হৃষিকেশ।
আপুনি ভৈলন্ত সেহি তৈলত প্ৰবেশ ॥

অগ্নি সম তৈল কৰে উথল পাথল।
সুধন্বাৰ শৰীৰে যে ভৈলেক শীতল ॥
গ্ৰীষ্মকালে চন্দনে শীতল কৰে যেন।
অগ্নিয়ো শীতল তপ্ত তৈল পানী যেন ॥

প্ৰজাগণ বেঢ়ি বেঢ়ি চাৰে দুই পাশে।
গৃহে চড়ি নাৰীগণে চাহন্তে তৰাসে ॥
যতেক পথিক মানে চাই চাই যাই।
দুই নয়নৰ নীৰ বহি বহি যাই ॥

মনে মনে বোলে নৃপতি কোন সতে।
আপোনাৰ পুত্ৰক মাৰয় অকাৰ্য্যতে ॥
নিদাৰুণ হৃদয় নিষ্ঠুৰ বজ্ৰসম।
কোন সতে আপোন পুত্ৰৰ ভৈল যম ॥

এহি বুলি বৰ্ণায়া কান্দন্ত সৰ্ব্বজন।
ধনু শৰ থৈয়া বোলে নকৰিবোঁ ৰণ ॥
আজি যদি সুধন্বাক তৈলে পুৰি মাৰে।
আমি যুদ্ধ নকৰিলে কোনে যুদ্ধ কৰে ॥

এহিমান শাস্তি কৰে কিছু নাহি দোষ।
এহিবুলি প্ৰজাগণে কৰে উসমিস ॥
ঘৰে পৰে কান্দয় আকুল নাৰীগণ।
বোলে সুধন্বাক শাস্তি কৰে অকাৰণ ॥

পাত্ৰ মন্ত্ৰী সকলে ৰাজাক নুবুজাৱে।
কোমল শৰীৰ বাপু কত দুখ পাৱে ॥
অন্যে অন্যে কথা কৰে কুমৰক চাই।
তপত তৈলত পৰি ভুৰুভঙ্গ নাই ॥

হংস যেন জ্বলয় মানস সৰোবৰে।
বিকশিত পুষ্প যেন ফুলি শোভা কৰে ॥
এদিনাতো কৰি জলে সুধন্বাৰ মুখ।
সাতুৰি ফুৰয় কিঞ্চিতেকো নাই দুখ ॥

অন্যে অন্যে হাহাকাৰ কৰে সৰ্ব্বজন।
আৰাৱ তুমুল কৰি কান্দে নাৰীগণ ॥
সবে নাৰীগণ আসি ভৈলা এক ঠাই।
বোলে আশীৰ্ব্বাদ কৰো কুমৰক চাই ॥

আমি যেবে পতিব্ৰতা হওঁ সবে সতী।
আত্মস্বামী বিনে নাজানোহো আন গতি ॥
আমাসাৰ বৰে জীওক সুধন্বা কুমৰ।
জুৰাওক শৰীৰ বাপু বিপাঙ্গে নমৰ ॥

এতেক বুলিল যদি পতিব্ৰতা নাৰী।
কুমৰৰ ৰূপ তেবে চাহিতে নাপাৰি ॥
মাৱ সনে তাহাৰ আগত আছে চাই।
তপত তৈলত মোৰ পুতাই মৰি যাই ॥

পুত্ৰৰ সন্তাপে অতি কান্দন্ত সুন্দৰী।
হৃদয়ত মুষ্ঠি হানি আউল জাউল কৰি ॥
চেতন হৰিল সবে কান্দন্তে কান্দন্তে।
মাটিত পৰিল ঢলি আসনৰ হন্তে ॥

মূৰ্চ্ছা যাই সুন্দৰী আছন্ত কতো বেলি।
সেৱকিনীগণে বোলে প্ৰাণ গৈল চলি ॥
চেতন লভিয়া সতী বসিল মাটিত।
আথাকে ধাকুৰে হিয়া নধৰয় চিত্ত ॥

প্ৰভাৱতী কুমাৰী ঘৰতে বসি আছে।
মৰিযাওঁ বুলি তাই আসিলেক পাছে ॥
আনিয়া লৈলন্ত পাছে সুত আমলখি।
উত্তম সিন্দুৰ আনি পিন্ধিলন্ত শিখি ॥

শাশুক প্ৰণাম কৰিলন্ত বৰনাৰী।
মোহোৰ দোষত থাকি স্বামী যাই মৰি ॥
মই কুলক্ষণী নাৰী নুগুণিলো মনে।
কতেক বুলিলে প্ৰভু নৈৰাশ বচনে ॥

শাস্ত্ৰৰ সন্মতে দিয়া আছে ঋতুদান।
কোন বিধি চলিয়া যমক দিলা দান ॥
শাশুৰে মেলানি দিয়া যাওঁ সয়ন্তৰি।
প্ৰভুৰ লগতে কটাহতে যাওঁ মৰি ॥

অনাচাৰী কুলক্ষণী মনে নুগুণিলোঁ।
যুদ্ধক যাহন্তে মই বিঘিনি পাতিলোঁ ॥
এহি বুলি বৰ্ণায়া কান্দন্ত বৰ নাৰী।
আকুল হৃদয় দেহা সহিতে নাপাৰি ॥

শৰীৰৰ খসাইলা বত্ৰিশ অলঙ্কাৰ।
শিলাত আস্ফালি শঙ্খ ভাঙ্গিল হাতৰ ॥
শিশুকালে বোলে বাপে প্ৰভাৱতী আই।
বিধৱা লক্ষণ তোৰ কিঞ্চিতেকো নাই ॥

মুখ পোড়া গণকে মিছাতে খাইলে বঁটা।
যতন সুধিত কিছু নাহিকয় আটা ॥
নৱ বয়সতে অনাইলোহো খিলিঙ্কাৰ।
অমৃতত বিষ যেন জানিবা আহাৰ ॥

স্বামীৰ লগতে মই যাওঁ সয়ন্তৰি।
ঘৰৰ বাহিৰ মই হৈবো কেন কৰি॥
স্বামীমাৰী বুলি লোকে নিন্দিব আমাক।
গোত্র কুতুম্বত কেনমতে ৰাখো নাক॥

প্রভাৱতী কান্দয় নয়নে বহে লোহ।
মাৱ সনে কান্দয় সুধন্বা মোৰ পুহ॥
বহিনী কান্দয় মোৰ বান্ধৱ ভৈয়াই।
আনো প্রজাগণে কান্দে সুধন্বাক চাই॥

সবে বোলে নৃপতিত কৰোহো গোচৰ।
আমি তেওঁৰ হন্তে মৰো জীউক কুমৰ॥
কান্দয় কাতয় প্রজা ধাকুৰয় হিয়া।
সুধন্বা মৰয় আমি কি কৰিবো জীয়া॥

হংসধ্বজ ৰাজা আৰু হংস পুৰোহিত।
সাতোৰয় কুমৰ দেখন্তে ভয় ভীত॥
ত্রাহি ত্রাহি গোবিন্দ সুমৰে নিৰন্তৰ।
ৰাধা কৃষ্ণ ৰাধা কৃষ্ণ প্রভু গদাধৰ॥

চতুর্গুণে কান্তি জ্বলে বদন মণ্ডল।
সূর্য্যৰ কিৰণে যেন প্রকাশে কমল॥
আপুনি ত্রৈলোক্য নাথে কৰিলেক দয়া।
তাহাতে লিখিত দ্বিজে দেখিলেক মায়া॥

হংসে বোলে মোৰ বাক্য শুনা মহাৰাজ।
তযু পুত্রে কুমন্ত্রণা কৰি আছে সাজ॥
তপত তৈলত দেখা শৰীৰ প্রকাশে।
আছোক মৰিব কটাক্ষত কৰি হাসে॥

উথল পাথল তৈল থৈলেক যে মাৰি।
তোমাৰ পুত্রৰ মায়া বুঝিতে নাপাৰি॥
উপায়েক জানোহো অনাওঁ নাৰিকল।
এক গোটা পেলাই পৰীক্ষা কৰো তেল॥

নাৰিকল আনি হংস পেলাইলেক তাত।
দেখি কোপে কম্পমান ভৈল জগন্নাথ॥
দুই চক্ষু ভৈলে কনা নেদেখে ব্ৰাহ্মণ।
অধম দ্বিজৰ আজি সুজিবোহো মান॥

বৈষ্ণৱ সুধন্বা নকৰিলে মন্দ কাজ।
কূটকৰি পেলাই মাৰে কটাহৰ মাজ॥
আৰু বোলে অগ্নিমন্দ কুমন্ত্ৰৰ বলে।
প্ৰতিকাৰ সাধিবোঁ বোলন্ত যোগবলে॥

ব্যাঘ্ৰ চৰ্ম্মে বিঞ্চিয়া আছন্ত দুই ভাই।
নাৰিকল পেলাই আছন্ত তাক চাই॥
গোবিন্দ প্ৰভাৱে নাৰিকল দুই ফাল।
ঠাট কৰি ফুটিয়া কৰ্ণত দিলে তাল॥

এক ফাল পৰিলেক হংসৰ কপালে।
মূচ্ছৰ্া যাই দুই ভাই পৰিল নিঢালে॥
কতো বেলি চেতন লভিয়া দ্বিজবৰ।
তেঁহো জাম্প দিল সেই মাজে কটাহৰ॥

আঙ্কোৱালি ধৰিলেক সুধন্বা কুমাৰ।
বোলন্ত সাৰ্থক হংস ধ্বজৰ কুমৰ॥
সাৰ্থক আমিও ভৈলোঁ তুমি বিদ্যমান।
ত্ৰৈলোক্যত হেনয় বৈষ্ণৱ নাহি আন॥

পৰীক্ষা কৰিলোঁ আমি অগ্নিত পেলাই।
তথাপি তোমাক ৰক্ষা কৰিলে গোঁসাই॥
সুধন্বা বোলয় গুৰু মোৰ নাই কষ্ট।
নকৰিলো পাপ মই সবে ভৈল নষ্ট॥

মন্দ কৰ্ম্ম নকৰিলোঁ শাস্ত্ৰৰ যুগুত।
কৈল্যণ কৰিলে মোক দৈৱকীৰ সুত॥
ৰাজায়ে বোলন্ত মোৰ নাহি বিৰকতি।
বাপ হুয়া পুত্ৰক যে কৰিলো দুৰ্গতি॥

নিজ পুত্ৰ মৰণে পাতকী অধোগতি।
কোননো দুৰ্ঘোৰ পাপ নকৰিলো অতি ॥
কটাহতে পেলাইলোহো নুগুণিলো মনে।
আছোক মৰিব পুত্ৰ শৰীৰ শীতলে ॥

গোবিন্দ প্ৰসাদে তোৰ কিছু নাহি দুখ।
জানিলো মাধৱ মোৰ ভৈলন্ত সম্মুখ ॥
উঠা উঠা বাপু তুমি সুধন্বা কুমাৰ।
কৃষ্ণাৰ্জ্জুন দুইক বাপু সুখে যুদ্ধকৰ ॥

উঠিয়া সুধন্বা বীৰ কৰযোৰ কৰি।
হংস লিখিতৰ পাৱে প্ৰণামিলা পৰি ॥
বাপৰ চৰণে বীৰ নমস্কাৰ কৰি।
ইষ্টদেৱ গোবিন্দক বাৰম্বাৰ স্মৰি ॥

প্ৰণামি মাৱৰ বীৰে চৰণ যুগল।
গুৰু পুৰোহিতে দিলা অশেষ মঙ্গল ॥

# গোপীনাথ পাঠক।

## মহাভাৰত—পাশাপৰ্ব্ব

ঋষিয়ে বোলন্ত গুনা জন্মিজয়
পাছে যেন ভৈল কায।
হস্তিনা পুৰক যাইবাক লাগিয়া
সাজিলন্ত মহাৰাজ॥
সঙ্গে চাৰি ভাই মহেন্দ্ৰ পৰাই
যতেক নৃপতিগণ।
হয় হস্তী ৰথে চড়ি আগেৰেথে
ৰাজাৰ ধৰি যোগান॥
কেহো ছত্ৰদণ্ড চামৰ ব্যজন
কৰ্পূৰ তাম্বুল ধৰি।
ৰাজাক আবৰি চলে শাৰী শাৰী
চতুৰ্ভিতি শোভাকৰি॥
দ্ৰৌপদি প্ৰমুখ্যে যতেক সুন্দৰী
যত ৰাজ পটেশ্বৰী।
দিব্য বিমানত চড়ি চলি যাই
দ্ৰৌপদীক মধ্য কৰি॥
দুন্দুভি আস্ফাল বাদ্যভণ্ড ৰোল
বাজে কৰি সুমধুৰ।
জয় শঙ্খধ্বনি কাম্পয় মেদিনী
কাম্পয় হস্তিনাপুৰ॥

হেন আড়ম্বৰে ৰাজা যুধিষ্ঠিৰে
চলি যান্ত ৰঙ্গ মনে।
গিৰিসিত কৰি হস্তিনা নগৰি
পাইলা গৈয়া তাৱক্ষণে॥
পাছে যুধিষ্ঠিৰ নামিয়া ৰথৰ
অভ্যন্তৰে প্ৰবেশিলা।
অন্ধ নৃপতিৰ দুই পাৱ ছুই
জানু শিৰে প্ৰণামিলা॥
আত অনন্তৰে ভীষ্মক নমিলা
দ্ৰোণৰ দুই চৰণে।
কৌৰৱ ৰাজাৰ যত ভাইগণে
গাৱচালি তেতিক্ষণে॥
ধৰ্ম্ম নৃপতিৰ চৰণ বন্দিলা
পৰম আনন্দ মনে।
মধুৰ বচনে আশ্বাস কৰিলা
সবাকো পাণ্ডুনন্দনে॥
বাহ্লিক নৃপতি বীৰ সোমদত্ত
ভুৰিশ্ৰবা জয়দ্ৰথ।
শকুনি সুসেন ৰাধাসুত কৰ্ণ
আদি যত মহাৰথ॥
উঠি তাৱক্ষণে ৰাজাৰ চৰণে
জানুশিৰে প্ৰণামিলা।
মধুৰ বচনে পাণ্ডুৰ নন্দনে
তাসম্বাক সম্বুধিলা॥
আত অনন্তৰে দ্ৰুপদ কুমাৰী
অভ্যন্তৰে প্ৰবেশিলা।
পুত্ৰবধুগণ সহিতে গান্ধাৰী
বসিছন্তে ভেট পাইলা॥

যেন তাৰাগণ সহিতে ৰোহিনী
শোভন্ত দিব্য বিমানে।
সেহিমতে শোভা কৰন্ত গান্ধাৰী
সঙ্গে পুত্ৰবধুগণে ॥
দেখিয়া দ্ৰৌপদী কৰিলা প্ৰণাম
পৰম আনন্দ মনে।
বসিবাক প্ৰতি আসন বৰ্হাই
দিল পুত্ৰবধুগণে ॥
উঠি ৰঙ্গমনে বসিলা তেখনে
কৃষ্ণা, ৰাজ পটেশ্বৰী।
দ্ৰৌপদীৰ শ্ৰীক দেখি নসহিলা
কৌৰৱৰ যত নাৰী ॥
দ্ৰৌপদীক বেঢ়ি বসিলা চৌপাশে
যতৰাজ মহাদই।
তাম্বুল যোগায় চৰণ পখালে
বিঞ্চয় চামৰ লই ॥
পাছে দ্ৰৌপদীৰ চৰণ বন্দিলা
কৌৰবৰ ভাৰ্য্যাগণে।
তাসাম্বাক ৰাজ যোগ্য অলঙ্কাৰ
দিলা দেবী ৰঙ্গমনে ॥
দিব্য পঞ্চামৃত ভোজন কৰাইলা
পঞ্চাধিক শত ভাই।
দিব্য সিংহাসনে শয়ন কৰিলা
যুধিষ্ঠিৰ মহাৰাই ॥
ভীম ধনঞ্জয় আদি চাৰি ভাই
ভিন্ন ভিন্ন ঘৰে ৰৈলা।
নানা ৰতিৰঙ্গে হাসন্তে খেলন্তে
ৰজনী প্ৰসন্ন ভৈলা ॥

উঠিয়া শয্যাৰ পাণ্ডুৰ নন্দন
নিত্য-ক্রিয়া কৰিলন্ত।
স্নান দান কৰি দেৱক দ্বিজক
অতিথিক তৰ্পিলন্ত॥
ভোজন কৰিয়া একত্রে বসিলা
ভূষিলা ছুয়া চন্দন।
দিব্য বস্ত্রে সবে শৰীৰ মণ্ডিলা
পিন্ধিলা দিব্য ভূষণ॥
গায়ে নাটে ভাটে শুনি বাটে বাটে
ব্রাহ্মণ পঢ়য় বেদ।
দ্বিজ কন্যাগণে মঙ্গল কৰয়
পঞ্চ শব্দ অবিছেদ॥
আগে ৰাজাগণ মধ্যে দ্বিজ যত
পাছত যান্ত নৃপতি।
দুৰ্য্যোধন আদি এক শত ভাই
আবৰি চলে চৌভিতি॥
এহিমতে চলে কুৰু পাণ্ডুগণে
পৰম আনন্দ মনে।
দুন্দুভি আস্ফাল প্রজাৰ ঘঞ্চাল
সভা পাইলা কতোক্ষণে॥
দিব্য সিংহাসনে বসিলা তেখনে
যুধিষ্ঠিৰ মহাৰাই।
এক ভিতি হুয়া বসিলা আসনে
কৌৰৱৰ শত ভাই॥
কৌৰব সহিতে আলোচি আছয়
যতেক দুষ্ট নৃপতি।
হুয়া এক ভিতি যতেক নৃপতি
বসিলা আনন্দ মতি॥

দ্ৰোণ দ্বিজৰাজ ভীষ্ম কৃপাচাৰ্য্য
অশ্বত্থামা মহামতি।
বিদুৰ সহিতে আৰা পাঞ্চ জন
বসিলন্ত একভিতি॥

এহিমতে সভা পাতি ৰাজাগণে
বসিছয় ৰঙ্গমনে।
ধৰ্ম্ম নৃপতিক সম্বুধিয়া পাছে
মাতয় দুষ্ট শকুনি॥

শুনা নৃপবৰ আমাৰ উত্তৰ
শুনা মন কৰি থিৰ।
পাশা খেলিবাক লাগয় তোমাৰ
আদেশ তযু পিতৃৰ॥

তুমি আমি দুয়ো পাশা খেলিবোহা
চাহিব সমস্ত জনে।
এহিসে কাৰণে আহুত কৰিয়া
অনাইলন্ত ইতো থানে॥

শুনি যুধিষ্ঠিৰে বুলিবে লাগিলা
শকুনিৰ মুখ চাই।
মিছা কুট পাশ খেলিবাক চাস
মনে মোৰ ইচা নাই॥

ক্ষত্ৰিয়ৰ ধৰ্ম্ম যুদ্ধ কৰিবেক
হাতে অস্ত্ৰ শস্ত্ৰ ধৰি।
ব্ৰাহ্মণৰ ধৰ্ম্ম পঠন পঢ়ানে
বশ্য জীৱে গৰু চাৰি॥

শূদ্ৰে ব্ৰাহ্মণৰ চৰণ সেবিবে
শাস্ত্ৰৰ হেন আনয়।
কৈত শুনিয়াছা ক্ষত্ৰিয় সকলে
পাশা খেলি সাধে জয়॥

মিছা কুট পাশা কন্দলৰ বাসা
অন্যায়ৰ ইতো ঘৰ।
দুষ্ট সৰ্ব্বজনে ইহাত মৰয়
নিন্দিত সাধু সবৰ ॥
ৰাজাক সম্বুধি শকুনি বোলয়
নোবোলা হেন বচন।
পাশা খেলিবাৰ বুঝৈ চৰোবাৰ
মহাবুদ্ধি সিতো জন ॥
যিতো গ্ৰামীলোক পুৰুষ ৰসিক
সিকি খেলিবাক পাৰে।
বিশেষত ঐক আহুত কৰিয়া
আনিছে পিতৃ তোমাৰে ॥
হেন জানি ৰাজা বিলম্ব এৰিয়া
খেলিয়ো পাশা সত্তৰে।
যেবে নেখেলিবা হাৰিলো বুলিয়া
চলিয়ো আপোন ঘৰে ॥
শকুনিৰ বাণী শুনি মহামানী
বুলিয়া হেন বচন।
মোৰ লগে পাশ খেলিবাক চাস
আছে তোৰ কত ধন ॥
মই ৰাজেশ্বৰ সাতো সমুদ্ৰৰ
যত ৰত্ন আছে ধন।
মণি মৰকট পোৱাল ৰজত
মুকুতা হিৰা কাঞ্চন ॥
সাগৰ দ্বিপত আছে ৰত্ন যত
সবে মোৰ ভণ্ডাৰত।
তয়ি অল্প সত সৌবল তনয়
আছে ধন ৰত্ন কত ॥

নৃপতিৰ বাণী শুনি দুৰ্য্যোধন
বুলিলা ৰাজাক চাই ।
যত ধন ৰত্ন লাগে মানে দিবো
খেলিবে মোৰ মোমাই ॥
জিনিলে আনিবো হাৰিলেয়ো দিবো
এহি মোৰ অঙ্গিকাৰ ।
মোৰ অৰ্থে পাশা খেলিবে মোমাই
কহিলোহো সৰেসাৰ ॥
হেন বাণী শুনি থাকিলন্ত গুণি
যুধিষ্ঠিৰ মহাশয় ।
আহুত কৰিলে নুহি নিবৰ্ত্তন
ইহাতেসে মহাভয় ॥
তোৰ লগে মোৰ পাশা খেলিবাক
মনে নাহিকয় ইচা ।
যি হৌক সি হৌক তথাপি খেলিবো
নুবুলিবি মাত্ৰ মিছা ॥
নৃপতিৰ বাণী শুনিয়া শকুনি
হৰি হৰি বিষ্ণু স্মৰে ।
খেলি মিছা পাশ পৰধনে আশ
কৰয় কোন বৰ্ব্বৰে ॥
মঞি মহাজন সৌবল-নন্দন
ত্ৰিভুবনে জানে মোক ।
মিছা পাশা পাতি আনিবো কুক্ষাতি
হসুয়াইবো সৰ্ব্বলোক ॥
এবা ইতো মন পাণ্ডুৰ নন্দন
নকৰিবা ইতো দুখ ।
এহি মতে দুষ্টে পশা পাতিলেক
ৰাজাৰ চাপি সমুখ ॥

নমো নাৰায়ণ বিঘিনি-খণ্ডন
চৰণত থৈয়া মাথ।
পদ দীৰ্ঘ ছন্দে ৰচিলো আনন্দে
দ্বিজবৰ গোপীনাথ॥
শুনা সাধুজনে এক চিত্ত মনে
মহাভাৰতৰ পদ।
ডাকি মুখ ভৰি বোলা হৰি হৰি
তৰিয়ো সবে আপদ॥

---

# বিদ্যা পঞ্চানন।

## আত্ম পৰিচয়।

বৃহত নগৰ তন্ত্রিকাৰণ যে স্থান।
মর্ত্ত্যে দেৱে জাল তাক কৰিছা নির্ম্মাণ॥
নানা বিদ্যা পাটবস্ত্র দেৱাঙ্গ বসন।
যিটো নগৰত সদা হোৱে উতপন্ন॥

তাহাৰ নিকটে বহে সুন্দৰ মনাস।
যাত স্নান তর্পণে দুখৰ হোৱে নাশ॥
অমৃত সমান স্বাদ পৰম নির্ম্মল।
সাক্ষাতে দেখিয়া যেন জাহ্নবীৰ জল॥

সেহি নগৰত দ্বিজবৰ আছিলন্ত।
নামে কণ্ঠভৰণ যে পৰম মহন্ত॥
তাহান কনিষ্ঠ পুত্রে গুৰু গোপালৰ।
হৃদয়ত ধৰি দুই চৰণ সুন্দৰ॥

সমীপৰ লোকৰ আনন্দ মন দেখি।
অম্বাৰ চৰিত্র পদ বন্ধে থৈলা লেখি॥
শুনৈ অবিৰতে লোকে পৰম সাদৰে।
আৰো পদ কৰিবাক অভিনন্দা কৰে॥

অম্বাৰ চৰিত্র ভণে বিদ্যা পঞ্চাননে।
বোলোঁহো মিনতি কৰি শুনা সর্ব্বজনে॥
ভাষ্যত নপাই যদি ইসব কথাক।
পদকো নিন্দিবা মন্দ বুলিবা আমাক॥

ভাৰতৰ পদ ইটো অমৃত সমান।
সি সি শুনে যিটো কৰিয়াছে বহুদান॥
দুঃখিত কৃপণ যিটো লোকক বঞ্চক।
নপাৰে শুনিতে ইটো মহা ৰহস্যক॥

পৰম বিষয় লোক জৰ আতিশয়।
স্বাদকো নপাই কৃষ্ণ কথা নুশুনয়॥
সি সবো শুনুক দেখি পৰম সুন্দৰ।
এহি প্ৰয়োজনে পদ কৰে কবি নৰ॥

চন্দ্ৰ বাণ ঘোটকৰ পিঠিত গগণ।
কৃষ্ণ পক্ষ চতুৰ্দ্দশী মাস যে শ্ৰাৱণ॥
অশ্বিনী নক্ষত্ৰ সমাপতি ভৈল পদ।
বোলাঁ ৰাম ৰাম সবে খণ্ডোক আপদ॥

---

## মহাভাৰত—ভীষ্ম পৰ্ব্ব।

ভীষ্ম বোলে কৰি সেৱ, শুনিয়োক গুৰুদেৱ,
কহোঁ মই তোমাৰ চৰণে।
অকাৰণে কৰা ৰোষ, মৰষিয়ো মোৰ দোষ,
কোপ এৰাঁ অম্বাৰ কাৰণে॥
ইমত মহিমা যাৰ, কোন জন আগে তাৰ,
ধনু ধৰি কৰিব সমৰে।
অদভুত কৰ্ম্ম দেখি, ভ্ৰম ভৈল দুয়ো আখি,
চায়াছিলোঁ ৰথৰ ওপৰে॥
খণ্ডিবাক ভূমি ভাৰ, ধৰি আছা অৱতাৰ,
তুমি প্ৰভু ৰেণুকাৰ ঘৰে।
হাতত পৰশু ধৰি, তিনি সাত বাৰ কৰি,
ক্ষেত্ৰিয়ক বধিলা সমৰে॥

শ্রীৰামৰ জ্ঞান পথ, ছেদিলাহা মহাৰথ,
প্রচণ্ড ধৰিয়া শৰাসন ।
মহাবলী অর্জ্জুনৰ, কাটিলা সহস্র কৰ,
যাত হাৰিলেক দশানন ॥
সসাগৰা ভূমিখান, ব্রাহ্মণক দিলা দান,
ক্ষত্রিয়ক কৰিলা নির্য্যান ।
ক্ষত্রিয়ৰ ৰুধিৰৰ, কৰিয়াছা সৰোবৰ,
কোন গুণে কৰিবো ব্যাখ্যান ॥
তোমাৰ মহিমা যত, এক মুখে তাক কত,
কহিবেক কাহাৰ শকতি ।
এৰিয়া বিষয় কাম, যিটো লৱে গুণ নাম,
অপ্রয়াসে সাধে তাৰ গতি ॥
তুমি প্রভু আদি দেৱ, তোমাকেসে কৰোঁ সেৱ,
কহোঁ একবাক্য শুনিয়োক ।
তযু বাক্য ধৰি মনে, অসি অছোঁ মই ৰণে,
মই যাওঁ বিদায় দিয়োক ॥
হেনশুনি মহামানী, কতোক্ষণ মনে গুণি
মাতিলন্ত ৰেণুকা তনয় ।
অম্বাক নেনস যেবে, ঘৰক নযাইবি তেবে,
দিয়ো যুদ্ধ কহিলোঁ নিশ্চয় ॥
মই বোলোঁ শুনা ৰাম, নকৰোঁহো হেন কাম,
যদি প্রাণ যায় সমৰত ।
পিতা পুত্র সমে যুদ্ধ, কৰয়ে কোন মুগ্ধ,
কহিয়োক আমাৰ আগত ॥
তথাপিতো গুৰু যদি, অম্বাৰ কাৰণে তুমি,
যুদ্ধ কৰা মোহৰ লগত ।
দেখোক দেৱতাগণ, গুৰুৰ শিষ্যৰ ৰণ
এহি বুলি চড়িলোঁ ৰথত ॥

দেখা আজি কেন কৰোঁ, অম্বাৰ মান্যক সাৰোঁ,
এহি বুলি লৈলোঁ ধনুবান।
গুৰুপদ গোপালৰ, মনে ধৰি নিৰন্তৰ,
বোলা ৰাম ভণে পঞ্চানন॥

---

## পদ।

### ভীষ্ম আৰু পশু ৰামৰ যুদ্ধ।

ভীষ্ম নিগদতি শুনা ৰাজা যুধিষ্ঠিৰ।
মোহোৰ বচন শুনি ৰাম মহাবীৰ॥
অসংখ্যাত শৰ মাৰি আকাশে চানিলা।
যুদ্ধ দেখিবাক লাগি ত্ৰিদশ আসিলা॥

গুৰুৰ শিষ্যৰ যুদ্ধ চাহিবাক মনে।
বিমানত দেৱগণ ৰহিলা গগণে॥
ইন্দ্ৰ আদি কৰি দেৱগণ যত যত।
যুদ্ধ চাহিবাক লাগি ৰৈলা আকাশত॥

হংসৰ ওপৰে আসিলন্ত স্বষ্টিকৰ।
ঋষিগণ আসিলন্ত দেখিতে সমৰ॥
ময়ূৰে আসিলা দুই অশ্বিনী কুমাৰ।
ৰাজাগণ আসিলন্ত যুদ্ধ চাহিবাৰ॥

অপেস্বৰা গন্ধৰ্ব্ব যতেক স্বৰ্গবাসী।
যুদ্ধ চাহিবাক সবে ৰহিলেক আসি॥
পৃথিবীৰ ৰাজাগণ যত আছিলেক।
ৰথে চৰি সবে কুৰুক্ষেত্ৰে আসিলেক॥

ৰামক বুলিলোঁ পাছে চড়িয়া ৰথত।
মোক শৰ গুৰু তুমি কৰাঁ প্ৰথমত॥
পাছে শৰ কৰোঁ মই কিছু দোষ নাই।
আগে শৰ হানো যদি দেখিবে অন্যায়॥

মোৰ বাক্য শুনি গুৰু কোপ কৰি মনে।
ধনুখান টঙ্কাৰ কৰিলা ঘনে ঘনে॥
পুনৰপি ধনু টানি আকৰ্ণ সমান।
প্ৰহাৰ কৰিলা বৎসদন্ত দশ বাণ॥

দশ অৰ্দ্ধচন্দ্ৰে দশ শৰকো ছেদিলোঁ।
দুই শিলীমুখ হানি হৃদয়ে ভেদিলোঁ॥
মোৰ শৰে গুৰুতনু ভৈলা কম্পমান।
অনন্তৰে মোকো হানিলেক তিনি বাণ॥

চাৰি গোটা ঘোৰাক তাৰিলা ছয় শৰে।
ললাটত এক বাণ তাৰিলা অন্তৰে॥
এক অৰ্দ্ধচন্দ্ৰে শৰাসনক ছেদিলা।
পুনৰপি দশ শৰে হৃদয় ভেদিলা॥

আন ধনুখান ধৰি জানা নৰেশ্বৰ।
ৰামৰ গাৰত প্ৰহাৰিলোঁ কুৰি শৰ॥
মুহুৰ্ত্তেকে সাৰথিক হানিলোঁ দুই বাণ।
ৰামৰ কাটিতে মই চাওঁ ধনুখান॥

শৰে সমন্বিতে মোৰ ধনুক ছেদিলা।
হৃদয়ত কোপে দশ শৰ প্ৰহাৰিলা॥
তেতিক্ষণে আন ধনুখান ধৰি হাতে।
সহস্ৰেক শৰ মোৰ পায়া ঋষিসুতে॥

ক্ৰোধমনে শৰ প্ৰহাৰিলা মহাক্ৰুতে।
উকৰাই নিয়া শৰ কাটিলা বাটতে॥
অযুত নিযুত লক্ষ হাজাৰে হাজাৰ।
লঘু যুদ্ধে গুৰু মোক প্ৰহাৰন্ত শৰ॥

শুদ্ধ সুবৰ্ণৰ পুংখ কতো ৰজতৰ।
ৰতনে ৰচিত কতো কতো ফটিকৰ॥
কঙ্কস গুণৰ পাত্ৰ চায়া শৰচয়।
ভৈলা ময়ূৰৰ পাত্ৰ কতো নিৰ্ম্মিচয়॥

ৰাজহংস গৃধ্র পখা গৰুড়ৰ পাখি।
নির্ম্মিয়াছে শৰচয় আকাশত দেখি॥
সেই শৰে গগণে প্রকাশে বিপৰীত।
দেখিয়া দেৱতাগণ ভৈলা ভয় ভীত॥

আকাশ পৃথিবী সবে ভৈলা একাকাৰ।
নবহে পৱন ভৈলা দিনতে আন্ধাৰ॥
চট চট কৰে শৰ পড়িয়া শৰত।
এৰিলেক পক্ষীগণে গতি আকাশত॥

লোহায় লোহাত লাগি অগনি উঠয়।
সেই অগনিয়ে সবে শৰ বিনাশয়॥
ছিদ্র চাই ৰামে এক ভল্ল প্রহাৰিলা।
বৰ টানে আসি মোৰ হৃদয় ভেদিলা॥

পড়িলা হাতৰ শৰাসন বিপৰীত।
ৰাম শৰে ভৈলা মোৰ পৰম বেথিত॥
মূহুর্ত্তেক মান মই তম্ভিয়া আছিলোঁ।
পাছে বাম হাতে ধনুখান তুলি লৈলোঁ॥

প্রণামি বুলিলোঁ মোৰ বাক্য শুনিয়োক।
তযু শৰে গুৰু দেখিলোঁহো যমলোক॥
হেৰা মই শৰ কৰোঁ তোমাৰ তনুত।
এহি বুলি অগনিক যুড়িলো গুণত॥

হানিলোঁ ৰামৰ হৃদয়ক লক্ষ কৰি।
তম্ভিয়া ৰহিলা ৰাম ইসাদণ্ড ধৰি॥
সন্ধুক্ষণ হুয়া মোক বুলিলা বচন।
ধন্য বাহুবল তোৰ ধন্য শৰাসন॥

একে আঞ্জুলীকে মোক তম্ভায়া ৰাখিলি।
আজি ভীষ্ম বৰ তই যশক লভিলি॥
মন্ত্র সমে অস্ত্র শস্ত্র শিখাইলোঁহো তোক।
তাহাৰ দক্ষিণা আজি তই দিলি মোক॥

বৰ স্নেহে শৰগণ শিখাইলোহো তোক।
হেন পৰাভৱ আজি ভীষ্ম দিলি মোক ॥
শিষ্য বুলি দেৱব্ৰত কৰোঁহো মমত।
দেখোঁ কোনে ৰাখে আজি মোহোৰ হাতত ॥

এহি বুলি প্ৰহাৰ কৰিলা এক বাণ।
এক প্ৰহৰৰ পথ নিলা ৰথখান ॥
ময়ো প্ৰহাৰিলোঁ শৰ ৰামৰ ৰথক।
উৰুৱাই নিলোঁ কতো দূৰ আকাশক ॥

পাছে দুয়োখান ৰথ ভৈলা একে ঠাই।
কতোক্ষণে ধনু ধৰি আছিলোঁহো চাই ॥
অনন্তৰে দুয়ো আনি টানি ঘোৰ ধনু।
ক্ষত বিক্ষত ভৈলা শৰে দুইয়ো তনু ॥

যেন গেৰু ধাৰা যে বহয় পৰ্ব্বতৰ।
সেহি মতে শোণিত বহয় দুৰন্তৰ ॥
দুই খান ধনু দেখি মণ্ডল আকাৰ।
বাসৱৰ ফুটে যেন শৰৰ প্ৰহাৰ ॥

আকাশত থাকি দেৱে কৰে কণাকণি।
হেন বিপৰীত যুদ্ধ নতু দেখি শুনি ॥
বিকৱচ ভৈলা দুইৰো তনু শৰ অঙ্গে।
কল্প এৰি যুজে যেন দুই গোটা মাতঙ্গে ॥

যৈসানি ভৈলেক যুদ্ধ ৰাম ৰাৱণৰ।
ততোধিক যুদ্ধ দেখোঁ আজি দুইহান্তৰ ॥
যেন যুদ্ধ ভৈলা পূৰ্ব্বে বলি বাসৱৰ।
সেহি মত যুদ্ধ ভৈলা গুৰুৰ শিষ্যৰ ॥

কিনো অদভুত ভৈলা অম্বাৰ কাৰণে।
দুয়ো জনে যুদ্ধ কৰে মাৰিবাক মনে ॥
দুয়ো বলৱন্ত দুয়ো সমৰে প্ৰচণ্ড।
দুইৰো দুই শৰঘাৱে ভৈলা লণ্ডভণ্ড ॥

তথাপি সমৰ নেৰে কিনো বিপৰ্য্যয়।
এহি বুলি দেৱগণ ভৈলন্ত বিস্ময়॥
পৰম আশ্চৰ্য্য ভীষ্ম যুজন্ত ৰামক।
ৰামে অল্পমান যুদ্ধ কৰন্ত ভীষ্মক॥

নযাইবো স্বৰ্গক চাই থাকিবোহো ৰঙ্গ।
কাৰ জয় হোৱে কাৰ হোৱে ৰণভঙ্গ॥
পৃথিবীৰ ৰাজাগণ যতেক আছিল।
বিস্ময়ক পায়া সবে চাহিয়া থাকিল॥

সমৰ দেখিতে যবে সবে চাই আছে।
শুনা যুধিষ্ঠিৰ যেন যুদ্ধ ভৈলা পাছে॥
অনন্তৰে মই শৰাসন নিবাৰিলোঁ।
তীক্ষ্ণ তীক্ষ্ণ বাণ চাই ধনুত যুড়িলোঁ॥

কতো শৰচয় দুই কাটো আকাশত।
কতো ধনু ধৰি তম্ভি থাকোঁহো ৰথত॥
কতো শৰজালে থওঁ ৰথক আবৰি।
মৰ্ম্ম মৰ্ম্ম থানে কতো হানো লক্ষ কৰি॥

যদি মই লক্ষেক প্ৰহাৰোঁ ধনু ধৰি।
অৰ্ব্বুদেক হানে ৰামে মহাকোপ কৰি॥
লঘু হস্তে দৃঢ় মুঠি বিদূৰ ভেদনে।
মহাতুল্য পৰাক্ৰম দেখে সৰ্ব্বজনে॥

জানা যুধিষ্ঠিৰ যুদ্ধ ৰামৰ লগত।
যতেক কৰিলোঁ তাক কহিবোহো কত॥
এহিমতে দুয়ো জনে প্ৰহাৰিলো শৰ।
সেহি সময়ত অস্ত ভৈলা দিবাকৰ॥

ৰথৰ নামিয়া মই সঙ্কোচিত মনে।
প্ৰণাম কৰিলোঁ গৈয়া গুৰুৰ চৰণে॥
বুলিলোঁ বচন গুৰু এৰাঁ অসন্তোষ।
যুজিলোঁ তোমাৰ বাক্যে নাহি কিছু দোষ॥

হস্তিনাপুৰক যাওঁ দিয়োক বিদায়।
পাছে গুৰু মোক কোপে বুলিলেক চাই ॥
অম্বাক নেনস যদি গঙ্গাৰ তনয়।
নেদিবো বিদায় তোক বুলিলোঁ নিশ্চয় ॥

নেনিবো অম্বাক বুলি বঞ্চিলোঁ ৰজনী।
ৰাত্রি অবসানে দেখা দিলা দিনমণি ॥
প্রভাতৰ কার্য্য যত কৰি সমাপত।
কৰিলোঁহো যাই নমস্কাৰ চৰণত ॥

বুলিলোঁ ৰামক গুৰু শুনা একমনে।
বঞ্চিলোঁ ৰজনী মই তোমাৰ বচনে ॥
আমাৰ লগত যুজি কোন ফল পাইবা।
লোকে হাসিবেক আৰু কুযশক পাইবা ॥

মই যদি হাৰো গুৰু নকৰোঁহো শোক।
তুমি যদি হাৰা হাসিবেক দেৱলোক ॥
হস্তিনাপুৰক যাওঁ বিদায় দিয়োক।
হেন শুনি ৰামে বাক্য বুলিলেক মোক ॥

অম্বাক নেনস যদি শুনা দেৱব্রত।
আজিয়ো কৰিবো যুদ্ধ তোমাৰ লগত ॥
ভীষ্ম নিগদতি শুনা ৰেণুকা তনয়।
আৰ পুনৰপি চাটু নোবোলোঁহো মই ॥

তোমাৰ শৰত যদি যাওঁ যমালয়।
নেনিবো অম্বাক ঘৰে বুলিলোঁ নিশ্চয় ॥
এহি বুলি খানিতেক আছিলোঁহো চাই।
যুদ্ধক প্রৱন্ধে ৰথে চড়িলোঁহো যাই ॥

ৰামো চড়িলন্ত যাই ৰথৰ উপৰ।
সিয়ো দিনা যুদ্ধ দুইৰো ভৈলা ভয়ঙ্কৰ ॥
দুইহানো যুদ্ধত যেবে সাত দিন গৈলা।
শুনা যুধিষ্ঠিৰ যেবে যেন কথা ভৈলা ॥

সপ্তম দিনত যেবে মধ্যাহ্ন কালত।
ভৈলা মহাঘোৰ যুদ্ধ সেহি সময়ত ॥
দুইৰো যুদ্ধ দেখি সবে ভৈলা মহাভয়।
বোলে অকালতে আসি মিলিল প্ৰলয় ॥

হেন অদভুত যুদ্ধ দেখি নতু শুনি।
বিস্ময়ক পায়া সবে ৰৈলা মনে গুণি ॥
নাহি ভঙ্গ জয় ব্ৰহ্মাদেৱে দেখিলন্ত।
সৃষ্টি নষ্ট যাই দেখে দুইহান যুদ্ধত ॥

আকাশত ব্ৰহ্মা থাকি মনে গুণিলন্ত।
হংসজানে আসি দুইৰো মধ্যে পশিলন্ত ॥
দেখিলোঁহো দুয়ো সৃষ্টিকৰ আসিলন্ত।
আথেবেথে ৰথৰ যে নামিলোঁ দুইহান্ত ॥

নমস্কাৰ কৰিলোঁহো ধৰি চৰণত।
কৃতাঞ্জলি কৰি দুয়ো আছোঁহো আগত ॥
হাস্য কৰি ব্ৰহ্মা পাছে বুলিলা বচন।
কেনে তোৰা দুই যুদ্ধ কৰা অকাৰণ ॥

এৰিয়োক যুদ্ধ ৰাম মিছা আপোনাক।
বোলন্ত যায়োক ভীষ্ম হস্তিনাপুৰক ॥
অম্বাৰ কপালে যেন লিখিয়া আছয়।
তাক গুচাইবাক হেন জন নাহিকয় ॥

গুচাইবেক তাক হেন নাহি আন জন।
বিধাতাৰ লিখনক গুচাইবে কেমন ॥
তথাপিতো নাযাওঁ মই আছোঁহো ৰহিয়া।
শিষ্যগণ লৈয়া গৈলা মোক নমাতিয়া ॥

চাই আছোঁ গৈলা অম্বা গুৰুৰ পাছত।
কতোক্ষণ যাই অম্বা পুছিলা ৰামত ॥
মোহোৰ নিমিত্তে গুৰু বুলিলা বিস্তৰ।
আৰু সাত দিন তুমি কৰিলা সমৰ ॥

তথাপিতো ভীষ্ম মোক নেনিলেক ঘৰে।
কহিয়োক প্ৰাণ ত্যজিবোহো কাৰ তৰে॥
শাল্বে নৰাখিলে ভীষ্ম কৰিলা নৈৰাশ।
কাৰ বধে অগনিত কৰিবোহো জাস॥

অনন্তৰে ৰামদেৱে অম্বাক বুলিলা।
ভীষ্মৰ কাৰণে তোক শাল্বে নৰাখিলা॥
তোৰ পাণি যাতো ভীষ্ম কৰিলা গ্ৰহণ।
শাল্ব ৰাজা তোক নৰাখিলে সিকাৰণ॥

এতেকতে জানা অম্বা বধিতে ভীষ্মক।
ত্যজ প্ৰাণ এহি বুলি গৈলা আশ্ৰমক॥
অম্বায়ো ৰামৰ বাক্যে মনে অনুমানি।
জাহ্নবীৰ তীৰ যায় কাষ্ঠচয় আনি॥

মনত বিষাদ বৰ পায়া অপমান।
অনন্তৰে অম্বা সাজিলেক চিতাখান॥
অম্বাৰ চৰিত্ৰ যিটো শুনে একমনে।
নাহি অধৰ্ম্মক শঙ্কা ইতিনি ভুবনে॥

দেৱ গোপালৰ পাদপদ্ম ধৰি মনে।
বোলে ৰাম ৰাম ভণে বিদ্যাপঞ্চাননে॥

---

## লেছাৰী।

### অম্বাৰ চিতা আৰোহণ।

ভীষ্ম বোলে শুনা যুধিষ্ঠিৰ, মোৰ বধহেতু গঙ্গাতীৰ,
যাই কাষ্ঠচয় কৰিলেক একথান।
চাই আছে যত ৰাজাগণে, মোত বৰ কোপ মন ঘনে,
আপুনি নিৰ্ম্মাণ কৰিলেক চিতাখান॥

পাছে হাতকুশ পাঞ্চি ধৰি, গঙ্গাজলে যাই স্নান কৰি,
সঙ্কল্প কৰিয়া উঠিলেক চাই তীৰে।
বিস্ময়ক পায়া দেৱগণে, চাই আছে সবে একমনে,
মৌনব্রতে অম্বা চলিলেক ধীৰে ধীৰে॥
ৰামৰ লগত যত ৰণ, কৰিবেক তাক বিবেচন,
সবে কহিলেক ঋষিগণ আগে যাই।
অম্বাৰ বচন আছি শুনি, বুলিলা সমস্তে মনে গুণি,
ভীষ্মৰ নিমিত্তে তেজিয়োক প্ৰাণ আই॥
তাসম্বাক কৰি নমস্কাৰ, ক্ৰোধমন হুইয়া অম্বাৰ,
চলিলাহা যৈত চিতাখান আছে কৰি।
সূৰ্য্য সোম যম হুতাশন, এসম্বাক আদি দেৱগণ,
শুনা সবে বোলোঁ হাতে অগনিক ধৰি॥
ভীষ্ম বধহেতু ত্যজোঁ প্ৰাণ, এহিবুলি অম্বা চিতাখান,
প্ৰদক্ষিণ কৰি ফুৰিলেক সাতবাৰ।
বিমানে চড়িয়া দেৱগণে, পৰম বিস্ময় দেখি মনে,
অদভুত কৰ্ম্ম দেখিয়া সবে অম্বাৰ॥
অনন্তৰে অম্বা অগ্নি জালি, লগাইলা চিতাত ঘৃত ঢালি,
আকাশ ঢাকিয়া উঠিলেক বৈশ্বানৰ।
ত্ৰিদশ দেৱতা আছে চাই, সেই অগনিৰ মধ্যে যাই,
পড়িলেক মোৰ বধহেতু নৰেশ্বৰ॥
হাহাকাৰ কৰে সৰ্ব্বজনে, পাছে মোক বধিবাক মনে,
দ্ৰুপদৰ ঘৰে কন্যা হুয়া জন্মিলেক।
বসি আছা ৰাজা সিংহসনে, অপুত্ৰ ৰাজাৰ ভাৰ্য্যাগণে,
মন্ত্ৰণা কৰিয়া পুত্ৰ বুলি কহিলেক॥
শুনি ৰাজা ৰঙ্গ আতি ভৈলা, হাতে তিলকুশ তুলি লৈলা,
অযুতেক ধেনু ব্ৰাহ্মণক দিলা দান।
গুৰু গোপালৰ চৰণত, ৰৌক মোৰ মন অবিৰত,
বোলা ৰাম ৰাম ভণে বিদ্যাপঞ্চানন॥

---

# দ্বিজ ৰমানন্দ।

## মহাভাৰত—উদেযাগ পৰ্ব্ব।

### দুলড়ী।

বিদুৰৰ বাণী দুৰ্য্যোধনে জানি,
বুলিবে লাগিলা তয়।
কিকৈলা বিদুৰ পৰম চতুৰ,
ইতো কথা সত্য হয়।
পাণ্ডবক লাগি বৰ অনুৰাগী,
সত্য জানো জনাৰ্দ্দন।
সৎকাৰ পূৰ্ব্বকে দিতে কেশৱকে
নলাগয় ৰত্ন ধন॥
দেশ কাল চাই দিবাক যুৱাই,
অধিক নাহয় ভাল।
ভয়ত পূজয় যিবা বস্তু চয়,
মানিবে হেন গোপাল॥
আমি ক্ষত্ৰীবৰ অবজ্ঞা বিস্তাৰ,
যি কৰ্ম্মতে হন্তে হয়।
নকৰি তাহাক নিষ্ঠে বোলা বাক,
মোৰ মনে হেন লয়॥
তিনিয়ো লোকৰ কৃষ্ণ পূজ্যতৰ,
আকো জানো মোৰ মতি।
হেন সময়ত সভাৰ মধ্যত,
কৃষ্ণক নুপজে অতি॥

হুয়া অতি ক্ৰুদ্ধ　　আৰম্ভিলো যুদ্ধ,
　　আৰ কি লৈব সমৰ।
এতেকে কিসক　　পূজা কেশবক,
　　কৰিব লাগে বিস্তৰ॥
দুৰ্য্যোধন বাণী　　পিতামহে শুনি,
　　ধৃতৰাষ্ট্ৰ নৃপতিক।
বোলে মহাৰাজ　　শুনা যেন কাজ,
　　এত আলচাহা কিক॥
যিতো কাৰ্য্যচয়　　কৰিলে নিশ্চয়,
　　গুণি আপোনাৰ মনে।
তাক আন নৰে　　খণ্ডিতে নপাৰে,
　　অনেক নীতি বচনে॥
যদি কৰা মান　　দিয়া বহু দান,
　　যদিবা কৰা অমান।
পূজাৰ কাৰণে　　কিছু নাহি মনে,
　　হৰিষ বিষাদ তান॥
জগত ঈশ্বৰ　　দেৱ দামোদৰ,
　　অবজ্ঞা তাঙ্ক নকৰি।
সুমধুৰ বাণী　　বুলিবাহা মানি,
　　ৰাজা হেলা পৰিহৰি॥
ধৰ্ম্ম অৰ্থ পৰ　　বাক্য দামোদৰ,
　　বুলিবাহা জানো সাৰে।
কৰিবাহা তাক　　নলৈবাহা হাক,
　　চিন্তিয়ো হিত সবাৰে॥
ভীষ্মৰ বচন　　শুনি দুৰ্য্যোধন,
　　বুলিবে লাগিলা চাই।
শুনা পিতামহ　　পাণ্ডৱৰ গহ,
　　কৃষ্ণক সহায় পাই॥

পাণ্ডব সহিতে অকপট চিত্তে,
মই যাৰে জীয়োঁ মানে ।
নুভুঞ্জিবো ৰাজ নাহিকয় বাজ,
আন নুশুনুহো কাণে ॥
আইল দামোদৰ হস্তিনা নগৰ,
আমাৰ সিজিল কাজ ।
পাণ্ডবৰ মূল খাগি অনুকুল
কুট মন্ত্রী যদুৰাজ ॥
সবে বেঢ়ি ধৰো তাকো বন্দী কৰো,
বশ হৈব বৃষ্ণিগণ ।
পাণ্ডব সকল ধৰণী মণ্ডল,
পাইবোহো নকৰি ৰণ ॥
কিন্তু জনাৰ্দ্দন আমাৰ যতন,
যেন মতে নুবুজয় ।
এহিসে উপাই, কৰিতে যুৱাই,
নাহিকে আন নিশ্চয় ॥
দিয়া অনুমতি ধৰিবাক প্ৰতি,
বন্দী কৰো কেশৱক ।
দেখাহা মহত বীৰগণ যত,
জন্তাই থএো সমস্তক ॥
হেন নিদাৰুণ বচন নিৰ্গুণ
শুনি ধৃতৰাষ্ট্ৰ ৰাই ।
মন্ত্ৰী সমন্বিতি পাইলা মহাভীতি,
মনে সুখ শান্তি নাই ॥
বোলয় বচন শুনা দুৰ্য্যোধন,
নুবুলিবি হেন বাণী ।
দূতৰ বন্ধন ধৰ্ম্ম সনাতন,
নকহয় আক জ্ঞানী ।

সমন্ধি আমাৰ প্ৰিয় মধ্যে সাৰ,
নতু কৰে অপকাৰ।
হেন কেশৱক ধৰহ কিসক,
ছাড় ইটো অঙ্গীকাৰ॥
পাচে ভীষ্ম ৰাই নৃপতিক চাই,
বুলিবে লাগিলা বাণী।
তোমাৰ তনয় অতি দুৰাশয়,
আয়ু আৰ ভৈল হানি॥
বন্ধুগণে আক যত বোলে বাক,
নকৰে তাক আদৰ।
অনৰ্থক মনে সাধয় যতনে,
অনৰ্থ ছাড়ে পামৰ॥
হেনয় পামৰ তযু তনয়ৰ,
আক তই আশা পালি।
জগত ঈশ্বৰ দেৱ গদাধৰ,
নিষ্ক্ৰীয় বস্তু সতত।
তাহাঙ্ক ঝোঙ্কায়া নাশ হৈব কায়া,
বন্ধু সমে তযু সুত॥
হেন দূৰাচাৰ পুত্ৰৰ তোমাৰ,
অমঙ্গল বাণীচয়।
নপাৰো শুনিতে বুলি এহিমতে,
উঠি গৈলা ভীষ্মতয়॥
মুনি নিগদতি শুনা নৰপতি,
আত অনন্তৰে কথা।
বৃক স্থলে হৰি নিত্য কৃত্য কৰি,
ৰথত চড়িলা তথা॥
কৰিলা প্ৰয়াণ দেৱ ভগৱান্,
হস্তিনা পুৰক প্ৰতি।
আগবঢ়াইবাৰ নিমিত্তে সবাৰ,
উল্লাসিত ভৈলা মতি॥

কৃষ্ণৰ লগত লৰিলা সমস্ত,
বৃক স্থলে যত নৰ।
কতো দূৰ গৈয়া অনুজ্ঞা মাগিয়া,
পুনু গৈলা নিজ ঘৰ॥

হস্তিনা পুৰৰ যত বীৰ বৰ,
ভীষ্ম দ্ৰোণ আদি কৰি।
আগবঢ়াইতে লৰিলা চকিতে,
ৰাজ আজ্ঞা অনুসৰি॥

পিন্ধি অলঙ্কাৰ চলিলা অপাৰ,
নগৰ নিবাসী জন।
বহুবিধ যানে গৈলা কত জনে,
কতোহো ভূমি গমনে॥

গৈয়া কতো দূৰ ভীষ্ম মহাশূৰ,
দ্ৰোণ কৃপ আদি যত।
কৃষ্ণক দেখিলা আগবঢ়াই নিলা,
প্ৰবেশিলা নগৰত॥

বালবৃদ্ধ নাৰী চৰিলা ওঁৱাৰি,
কৃষ্ণ দেখিবাৰ কাজে।
অম্বিকা নন্দন আৰো দুৰ্য্যোধন,
এই দুই জন বাজে।

সবে পুৰ ছানি ঘোষে জন বাণী,
কৃষ্ণ আসিবাৰ কাজে॥
পদূলি পদূলি ৰুইল কদলী,
তোৰণ ধ্বজ বিৰাজে॥

চন্দনে লিপিত ৰাজ মাৰ্গ যত,
ৰত্নগণ দুই পাশে।
দধি দুৰ্ব্বাক্ষত পূৰ্ণ কুম্ভ যত,
তোৰণ মুলে প্ৰকাশে॥

হেন নগৰত ভৈলা উপাগত,
নন্দ সুত ভগৱান।
প্ৰজাগণ ভৰে দলদোপ কৰে,
যেহেন নগৰী খান॥
বড় ধৌলিয়ৰ ধনিক সবৰ,
ৰাজ মাৰ্গ দুই পাশে।
ৰত্নে পাৰে ঝিকি কৰে চিকিমিকি,
কৈলাস গিৰিকো হাসে॥
তাত আৰোহণ কৈলা নাৰীগণ,
কৃষ্ণক দেখিবে লাগি।
তাসম্বাৰ ভৰে ধৰণী উপৰে
যেহেন পড়য় ভাগি॥
কৃষ্ণৰ ৰথৰ ঘোৰা খৰতৰ,
বেগে পবনকো নিন্দে।
প্ৰজাৰ কাৰণে শিথিল গমনে,
পথত চলা গোবিন্দে॥
এহি মতে যাই প্ৰজা সব চাই,
পাইলন্ত ৰাজওঁৱাৰি।
তিনি কোঠ গৈয়া ৰথৰ নামিয়া,
পশিলা ৰঙ্গে মুৰাৰি॥
সভা প্ৰবেশিলা কৃষ্ণে কৰি লীলা,
ধৃতৰাষ্ট্ৰে শুনিলন্ত।
দ্ৰোণ ভীষ্ম সমে অতি সসম্ভ্ৰমে,
আসনৰ উঠিলন্ত॥
কৃপ সোমদত্ত বাহ্লিকাদি যত,
চড়িলা সবে আসন।
কৃষ্ণক পূজিতে আনন্দিত চিত্তে,
কৰিলা জাণ্টে যতন॥

পাচে দেৱ হৰি বচনে সাদৰি,
ভীষ্ম সমে নৃপতিক।
কৰিলা পূজন উচিত যেমন,
জানিয়া শাস্ত্র বিধিক ॥
পাচে ত্রিবিক্রম কৈলা সমাগম,
নৃপতি সকল সমে।
পুছিলা সবাৰেঁ বয়সানুসাৰে,
আদৰিলা যথাক্রমে ॥
নৃপ চুড়ামণি দানী মধ্যে গণি,
সাক্ষাতে অম্বিকা পতি।
গম্ভীৰে সাগৰ ৰূপে পঞ্চশৰ,
দীন জন নিজ গতি ॥
আজানু লম্বিত বাহু সুমণ্ডিত,
ছত্রাকৃতি শিৰ ৰাজে।
নখ চন্দ্র পান্তি সবে কৰে কান্তি,
শ্রদ্ধানুধর্ম্মৰ কাজে ॥
তান আজ্ঞা বাণী শিৰোগত মানি,
ৰমানন্দ দ্বিজবৰ।
ভণয় দুলড়ী ছোড় কর্ম্মজৰী,
বোলা গৌৰী হৰি হৰি ॥

পদ।

বৈশম্পায়ন বদতি শুনিয়ো জন্মিজয়।
এমি মতে সভা প্রবেশিয়া কৃপাময় ॥
দ্রোণ দ্রোণী সোমদত্ত বাহ্লিক কৃপক।
যথা যোগ্যে সাদৰিলা কৃষ্ণ সিসবক ॥

কাহাকো সাদৰি কাকো ধৰিলা সাবটি।
কাহাৰো কুশল প্রশ্ন কৰিলা প্রকটি ॥
ৰত্নগণে ঝিকি পাৰে সুবর্ণ আসন।
ধৃতৰাষ্ট্রে পাঞ্চি দিলা আনিলা তেখন ॥

তাহাতে বসিলা হৰি জগত আধাৰ।
অনাইলাহা অতিথিৰ পূজা উপচাৰ ॥
সঅৰ্ঘে পূজিলা কেশৱক পুৰোহিতে।
সভাৰ মধ্যত ধেনু জল সমন্নিতে ॥

অতিথিক যিতো বস্তু দিতে সমুচিত।
সেহি ৰূপে গোবিন্দক কৰিলা পূজিত ॥
কুৰুসব সহিতে সম্বন্ধ অনুসৰি।
যথা যোগ্য পৰিহাস কৰিলা শ্ৰীহৰি ॥

ধৃতৰাষ্ট্ৰ নৃপতিৰ মাগিয়া মেলানি।
তৈৰ হন্তে বাঝ ভৈলা দেৱ চক্ৰপাণি ॥
লগতে আবৰি গৈলা কুৰু বন্ধুগণ।
বিদুৰৰ গৃহে চলি গৈলা নাৰায়ণ ॥

সৰ্ব্বভাবে বিদুৰে পূজিলা গোবিন্দক।
পৰম আনন্দ পাইলা লভিয়া কৃষ্ণক ॥
পাণ্ডৱৰ বাৰ্ত্তা পাছে পুছিলা বিদুৰ।
কুশলে কি আছে পাঞ্চ তনয় পাণ্ডুৰ ॥

শুনিয়া গোবিন্দে কহিলন্ত তান আগে।
পাণ্ডৱৰ কথা সাৰশেষে ভাগে ভাগে ॥
বিদুৰৰ গৃহ হন্তে পাচে দামোদৰে।
অপৰাহ্নে গৈল পেসী চাহিবাৰ তৰে ॥

কৃষ্ণক দেখিয়া কুন্তী দেবী পৃথুবটি।
আথে বেথে গৈয়া কৃষ্ণে ধৰিলা সাবতি ॥
কান্দিবে লাগিলা পুত্ৰ সবক সুমৰি।
লোতকে তিয়ালা কৃষ্ণ শৰীৰ সুন্দৰী ॥

পিতৃ হীন পাঞ্চ গুটি আমাৰ তনয়।
তুমি সমে ফুৰা তাক ৰাখা কৃপাময়।
এহি বুলি নিয়া আসনত বৈসালন্ত।
বিধিমতে উপচাৰ দিয়া পূজিলন্ত ॥

পুনুহো পুত্ৰৰ দুঃখ বৰ্ণাই বৰ্ণাই।
সুধিবে লাগিলা কুন্তী কৃষ্ণ মুখ চাই॥
গদ গদ বাণী লোহ পৰে সৰসৰি।
শুখাইলেক ওঁঠ কণ্ঠ পুত্ৰক সুমৰি॥

শুনা প্ৰভু প্ৰাণকৃষ্ণ দেব কৃপাময়।
বালক কালৰে পৰা পঞ্চটি তনয়॥
পৰস্পৰে প্ৰীতি সবে গুৰুত বিনীত।
নাহি ভেদ বুদ্ধি সাধু সবাৰো সন্মত॥

সবে সত্যবাদী হৰ্ষ বিষাদত সম।
যেহেন ব্ৰাহ্মণে নছাড়য় সম দম॥
হেনয় পাঞ্চটি পুত্ৰ জিনি কুট পাশে।
ৰাজ্য কাঢ়ি লৈয়া খেদাইলেক বনবাসে॥

কান্দি কান্দি ৰৈলো মই হিয়া ধান্ধৰিয়া।
নগৰৰ বঝাই গৈলা মোহোক তেজিয়া॥
প্ৰাণ মন গৈলা মোৰ সঙ্গে তাসম্বাৰ।
কেৱলে শৰীৰ মাত্ৰ ৰৈলেক আমাৰ॥

নজানো কিৰূপে বনে ৰৈল চিৰকাল।
সিংহ ব্যাঘ্ৰ গণ্ড সৰ্প যাত পালেপাল।
নাহি সঙ্গে পিতৃ মাতৃ নাহিকে সহাই।
বস্ত্ৰ অলঙ্কাৰ অনুপান কিছো নাই॥

হেনয় বনত কেনমতে গৈল কাল।
ইহাক সুমৰি মোক পোড়ে শোক শাল॥
বিনা বেণু মৃদঙ্গ দুন্দুভি শঙ্খ ভেৰী।
পন্নব গোমুখ কালী দোসৰি মহৰি॥

হয় হস্তী গণ ৰথ চক্ৰ ঘৰিষণ।
বিপ্ৰৰ মঙ্গল বাদ্য পুণ্যাহ বচন॥
ইসবৰ শব্দে যাৰ ভাগয় ঘুমটি।
হেন পুত্ৰ সবো ভুঞ্জে বনে লটিঘটি॥

ব্ৰাহ্মণ সকলে যাক কৰে সৎকাৰ।
বস্ত্ৰে ৰত্নে অলঙ্কাৰে পূজি বাৰম্বাৰ॥
ধৌলিবৰ উৰ্দ্ধে হংস তুলিৰ উপৰে।
মহা সূক্ষ্ম মনে যিতো সবে নিদ্ৰা কৰে॥

নাৰী সবে মধুৰ শবদে গীত গাই।
সুত বন্দী মাগধেসে যাহাক জগাই॥
হেন সবে বনে সিংহ ব্যাঘ্ৰৰ আতাসে।
অনিদ্ৰে বঞ্চিলা কাল মনত হতাশে॥

পিতৃহীন অনাথ তনয় পাঞ্চ গুটি।
তাসম্বাক স্মৰি মোৰ প্ৰাণ যাই ফুটি॥
একে যুধিষ্ঠিৰৰ কহন নযাই গুণ।
শান্ত দান্ত ধৈৰ্য্যশালী ধৰ্ম্মী সকৰুণ॥

নাহি কাম ক্ৰোধ লজ্জাশীল সত্যবাদী।
সাধুৰ পথত স্থিত সুধু অপ্ৰমাদি॥
ভৰত দিলিপ শিবি মান্ধাতা যযাতি।
অম্বৰীষ লঙ্গস প্ৰমুখ্যে নৰপতি॥

ত্ৰিভুবনে প্ৰখ্যাত হেনয় ৰাজৰ্ষিৰ।
ভাৰ বহি আছে যিতো ৰাজা যুধিষ্ঠিৰ॥
শুদ্ধ সদাচাৰী সৰ্ব্ব গুণৰ আকৰ।
শত্ৰু মিত্ৰ সমান নাহিকে ভিন্নপৰ॥

কুৰুবংশ শিৰোমণি পৰম পণ্ডিত।
প্ৰিয়দৰ্শী দীৰ্ঘ ভুজ সৰ্ব্বলোক হিত॥
তপ্ত সুবৰ্ণৰ বৰ্ণ শৰীৰ শোভয়।
হেন যুধিষ্ঠিৰ পুত্ৰ কুশলে আছয়॥

অযুত হস্তীৰ বল বেগে বায়ু সম।
মহাবলী ক্ৰোধত সাক্ষাতে যেন যম॥
ভ্ৰাতৃত বৎসল কীচকৰ অন্তকাৰী।
বক সৰ্প হীৰিম্বাৰ দিলা মহামাৰী॥

পৰাক্ৰমে ইন্দ্ৰ সম ক্ৰোধে ৰুদ্ৰনয়।
ক্ৰোধ বল জিনি ভ্ৰাতৃ আজ্ঞাত থাকয় ॥
পৰিঘ সমান বাহু বীৰ্য্য অদভুত।
কুশলে আছয় হেন বৃকোদৰ সুত ॥

পূৰ্ব্বত সহস্ৰাৰ্জ্জুন আছিলেক বীৰ।
হাজাৰেক বাহু তাৰ ৰণে মহাধীৰ ॥
দুই বাহু মাত্ৰ মোৰ অৰ্জ্জুন পুত্ৰৰ।
তথাপিতো তাৰ সম ৰণে ধনুৰ্দ্ধৰ ॥

পঞ্চশত বাণ প্ৰহাৰয় একো জোপে।
তেজে আদিত্যৰ সম ৰুদ্ৰ সম কোপে ॥
ইন্দ্ৰিয়ৰ দমে ঋষি ক্ষমাত ধৰণী।
সবে ৰাজ পাইলা যিতো বীৰ সবে জিনি ॥

ত্ৰিভুবনে অজেয় ৰথীৰ চুড়ামণি।
বীৰগণ গণনাত যাক আগে গণি ॥
যাক পায়া গহ কৰে পাণ্ডব সকলে।
হেন ধনঞ্জয় বাপু আছয় কুশলে ॥

সৰ্ব্বভূত দয়াবন্ত লজ্জাৰ মন্দিৰ।
পৰম ধাৰ্ম্মিক মৃদু সুকুমাৰ বীৰ ॥
সমৰত অনুপম মহাধনুৰ্দ্ধৰ।
ধৰ্ম্মাৰ্থে চতুৰ ভ্ৰাতৃ সব প্ৰিয়কৰ ॥

মোহোৰ স্নেহৰ পুত্ৰ মাদৃ সদাচাৰী।
জেষ্ঠ ভ্ৰাতৃ সকলৰো মোৰ আজ্ঞাকাৰী ॥
হেন সহদেৱ মাদৃ সতিনী তনয়।
কুশলে কি আছে প্ৰভু দেৱ কৃপাময় ॥

সুকুমাৰ যুবা বীৰ অতি ৰুচিকৰ।
ভ্ৰাতৃ সকলৰ বাক্য প্ৰাণ সমসৰ ॥
বিচিত্ৰ যুঝাৰু ধনুৰ্দ্ধৰ মহাবলী।
হেন পুত্ৰ নকুল কি আছন্ত কুশলি ॥

নিমিষেকো যাক নেদেখিয়া নাহি সুখ।
কৈসানি দেখিবো হেন নকুলৰ মুখ॥
সৰ্ব্বগুণে পূৰ্ন্না পাঞ্চো তনয়ৰ প্ৰিয়া।
দ্ৰৌপদীক স্মৰি ৰাত্ৰি দিনে পোৰে হিয়া॥

কুলশীলে পৰিপূৰ্ন্না পৰম কল্যাণী।
সৰ্ব্বকালে মৃদু বাক সদা সত্য বাণী॥
পিতৃ পুত্ৰ স্নেহ ছাৰি স্বামী সব সঙ্গে।
বনবাসে দুঃখ ভুঞ্জি ফুৰিলাহা ৰঙ্গে॥

হেন দ্ৰৌপদীৰ কেনে ভৈলা এত দুঃখ।
জানিলো পুৰুষে কৰ্ম্মে নলভয় সুখ॥
পাঞ্চো তনয়ত কৰি স্নেহ দ্ৰৌপদীত।
হেন বহাৰিক স্মৰি থিৰ নোহে চিত॥

যত লাগে মানে দুঃখ লভিল পূৰ্ব্বত।
ৰজস্বলা সময়ত শ্বশুৰ আগত॥
গায়ে এক খানি বস্ত্ৰ ৰাজ সভামাঝে।
চাহি আছিলেক সবে কুৰু সামৰাজে॥

একে বিদুৰত বাঝে নেদেখিলো ভাল।
দ্ৰৌপদীক লাগি সবে ভৈল যমকাল॥
বিদুৰ পৰম সাধু গুণৰ সাগৰ।
সকলো লোকৰ হিত ধৰ্ম্মৰ আকৰ॥

কৃষ্ণক দেখিয়া কুন্তী দুঃখ স্মৰি স্মৰি।
কহিবে লাগিলা পুত্ৰ সবক সুমৰি॥
শুনিয়োক প্ৰভু দেৱ দেবকী নন্দন।
পূৰ্ব্বে সাধু সবে যাক কৰিলে গৰ্হন॥

ইতো পাশমগবন্ধ কৌৰবৰ শৰ।
আচোক অহিত হৈব ভৈল শুভকৰ॥
এহিসে মোহোৰ দেহা দহে অতিশয়।
অধৰ্ম্ম কৰিয়া কেনে কুশলে আছয়॥

সভা মাঝে কদৰ্থিয়া দিলেক নিকাৰ।
পিন্ধাইলা বাকলি কাঢ়ি লৈলে ৰাজ্যভাৰ।
ঢঙ্কা মাৰি নগৰৰ খেদাইলা সবাক।
ৰাত্রি দিনে পোড়ে দেহা স্মৰি ইহাক॥

বাহ্রয় বৰিষ বনবাস মহাক্লেশ।
অজ্ঞাত বৰিষ এক তাহাতো বিশেষ॥
পূৰ্ব্বৰ দুঃখতো কৰি ইসি দুঃখ টান।
পুত্র নেদেখিয়া মোৰ নৰহয় প্ৰাণ॥

পাঞ্চ গুটি পুত্রত মোৰ স্নেহ যেন মত।
সেহি মতে স্নেহ মনে কৌৰব সবত॥
সেহিসে পুণ্যৰ ফলে দেখিলোঁ তোমাক।
হেন বিপদত স্মৰি পাইলা আমাক॥

কৌৰব সহিতে যুদ্ধ হৈবে আছো জানি।
তাহাক জিনিবা প্ৰভু দেখিবো কৈসানি॥
সিতো যুদ্ধ সমুদ্রত কৰিবাহা পাৰ।
সমুদ্রে তৰিব পুত্রে ধৰিবাক ভাৰ॥

কাহাৰ শকতি আছে জিনিবা কৌৰৱ।
সিতো যুদ্ধ সমুদ্রত তুমিসে বান্ধৱ॥
মোহোক নিনিন্দো নিনিন্দোহো দুৰ্য্যোধন।
কেৱলে পিতৃক মই কৰোহো গৰ্হন॥

ঢোপ খেলি ফুৰো নজানোহো ভাল মন্দ।
পৰৰ ছোৱালী সমে পৰম আনন্দ॥
হেন মোক কুন্তীভোজ নৃপতিক লাগি।
বাক্য নিবন্ধত থাকি দিলা অনুৰাগি॥

শ্বশুৰে উপক্ষে দিলা পিতৃয়ে ছাড়িল।
হেন মোৰ জীৱনক কিসক লিখিল॥
যি বেলাত ধনঞ্জয় ভৈলা উতপতি।
সিবেলা আকাশী বাণী ভৈলা মোক প্রতি॥

পৃথিবী জিনিব তযু তনয় দুৰ্জ্জয়।
স্বৰ্গমণ্ডলকো যাইবে আনে কীৰ্ত্তিচয় ॥
কুৰু কুল সংহৰি লভিবা ৰাজ্যভাৰ।
ভ্ৰাতৃ সমে ক্ষত্ৰিয় কৰিবা বুন্দামাৰ ॥

তিনি অশ্বমেধ যজ্ঞ কৰিব অন্তত।
সিতো বাক্য গৰ্হা মই নকৰো মনত ॥
ধৰ্ম্মক লাগিয়া হেৰা কৰো নমস্কাৰ।
সেহি ধৰ্ম্মৰূপী দেব দৈবকী কুমাৰ ॥

ধৰ্ম্মেসে সকলে প্ৰজা কৰন্ত ৰক্ষণ।
ধৰ্ম্ম হৈলে সত্য হৈব থাকা সিবচন ॥
তুমি সবে সত্য কৰিবাহা নাৰায়ণ।
সকলৰে মূল হেতু ধৰ্ম্ম আচৰণ ॥

বিধবা ভৈলোহো অৰ্থ সব ভৈল নাশ।
বলৱন্ত বহুশত্ৰু সবে লৈল পাশ ॥
নিপীড়য় মোক ইতো সব দুঃখ ৰোগে।
এহিবৰ দুঃখ ভুঞ্জো পুত্ৰৰ বিয়োগে ॥

সৰ্ব্ববীৰ চুড়ামণি ধনঞ্জয় বীৰ।
পৰম ধাৰ্ম্মিক মতি ৰাজা যুধিষ্ঠিৰ ॥
বৃকোদৰ পুত্ৰয় বঞ্চিয়া দুই ভাই।
ইসবক নেদেখিয়া প্ৰাণ ফুটি যাই ॥

জীবন্তে থাকিতো নাম নুশুনয় যাৰ।
হেনসে মনুষ্য ৰীতি শ্ৰাদ্ধ কৰে তাৰ ॥
মোৰ পুত্ৰ সকলৰ নাহি দেখাদেখি।
শ্ৰাদ্ধ নকৰিয়া আছোঁ কালক উপেখি ॥

মোৰো শ্ৰাদ্ধ নকৰয় তনয় সকলে।
মনে বোলে আমি দেখা পাইবো পুণ্যফলে ॥
যিবা ৰণ পাইলো ফল নাহি অনুপম।
প্ৰেতকো নপাইলো শ্ৰাদ্ধ নাহি পিণ্ডদান ॥

কহিবা মাধৱ ধৰ্ম্ম নৃপতিৰ আগে।
যিহোক সিহোক ফল নিজ কৰ্ম্মভাগে।
তথাপিতো ধৰ্ম্ম নচাৰিবা কদাচিত।
তেবেসে কুশল হৈব কহিলো নিৰ্ণীত॥

পৰক আশ্রয় কৰি জীয়ে জিতো নাৰী।
ধিকাৰ আচোক তাইৰ জানিবা মুৰাৰ॥
যিজনীৰ জীবিকা নিৰ্মিলে কৃপাময়।
তাইৰ কুযশ লোক সকলে কহয়॥

ভীম ধনঞ্জয় আগে কৈবা চক্রপাণি।
যিকাৰণে পুত্ৰজন্মা বয় ক্ষত্ৰিয়ানী॥
নকৰিব হেলা সবে ভৈল তাৰ কাল।
যুদ্ধ কৰি অল্পতে খণ্ডোক দুঃখ জাল॥

হেনয় কালতো যদি নকৰে সমৰ।
কুকীৰ্ত্তি কহিবা সবে লোক নিৰন্ত॥
আমিয়ো ছাড়িবো স্নেহ নাহিকে সংশয়।
হেন জানি মোৰ বাক্য কৰোক নিশ্চয়॥

যুদ্ধ কালে ক্ষত্ৰবৰ যাউক লাগে প্ৰাণ।
তথাপি যুদ্ধৰ অৰ্থে কৰিবা প্ৰয়াণ॥
হেন জানি ভীম ধনঞ্জয় দুই বীৰ।
সমৰ কৰিতে দুয়ো হৌক চিত্ত থিৰ॥

মাদ্ৰী পুত্ৰ দুইৰো আগে কৈবা দামোদৰ।
যদি ধৰ্ম্ম ধৰিয়া আছয় ক্ষত্ৰিয়ৰ॥
বিক্ৰম কৰিয়া ভোগ কৰোক অৰ্জ্জন।
অন্যথা জানিবা দুইৰো বিফল জীবন॥

বিক্ৰম কৰিয়া যিতো আৰ্জ্জে ভোগচয়।
সেহিসে ক্ষত্ৰিয় মনে আনন্দ দিয়য়॥
গৈয়া অৰ্জ্জুনৰ আগে কৈবা বাৰম্বাৰ।
মনত কৰোক যাজ্ঞসেনীৰ নিকাৰ॥

তুমি জানাহা ভীম অৰ্জ্জুনৰ বল।
হেলায়ে জিনিতে পাৰে দেৱতা সকল॥
হেন দুইৰ সাক্ষাতে সভাত দ্ৰৌপদীক।
দুঃশাসনে কৰ্ণে বহু বুলিলন্ত ধিক্॥

এতেকে কৈবাহা ভীমসেনৰ আগত।
দুৰাশয় দুৰ্য্যোধন যুদ্ধে হৌক হত॥
কৌৰব সকলে তাৰ দেখোক বিলাই।
ভীমৰ দ্ৰোহত তাক কোনে দিব ঠাই॥

দ্ৰোহকৰা জনক লাগিয়া বৃকোদৰ।
শান্ত নহৈবেক নপাৱয় যমঘৰ॥
পাশাত হাৰিল ৰাজ্য সকলে হৰাইল।
ভাৰ্য্যা সমে বনবাসে পাঞ্চোকো খেদাইল॥

ইতো সব বিপদে নপাইলো তত দুঃখ।
আজিয়ো দ্ৰৌপদী স্মৰি মনত অসুখ॥
দ্ৰুপদৰ সুতা পাণ্ডু ৰাজাৰ বহাৰী।
একেখানি বস্ত্ৰ তাতে ৰজস্বলা নাৰী॥

সভাৰ মাঝত নিয়া বহু কদৰ্থিলা।
হেন সে আমাৰ দুঃখ বিধাতা লিখিলা॥
ৰামদেৱ কামদেৱ তুমি গদাধৰ।
পুত্ৰ সমে মোহোৰ ভৈলাহা ৰক্ষাকৰ॥

তথাপিতো হেন দুঃখ দেই নিৰন্তৰ।
মিছাত জীৱয় ধনঞ্জয় বৃকোদৰ॥
এহিমতে কুন্তী সুমৰিয়া পূৰ্ব্বতাপ।
কৃষ্ণক সাবটি ধৰি কৰিলা বিলাপ॥

বৈশম্পায়ন বদতি শুনিয়ো জন্মিজয়।
পেসীৰ দেখিয়া দুঃখ দেৱ কৃপাময়॥
বুলিবে লাগিলা বাণী কৰিয়া অশ্বাস।
নোবোলাহা পেসী হেন বচন নৈৰাশ॥

তযু সম ভাগ্যৱতী আছে কোন নাৰী।
পাণ্ডু হেন মহাৰাজা ৰাজেৰ বহাৰী ॥
সুৰসেন নৃপতিৰ স্নেহৰ দুহিতা।
মহাকুল অজামিঢ় বংশে ভৈলা স্থিতা ॥

যেহেন পদ্মিনী হ্রদ হস্তে পাইলা হ্রদ।
বীৰ পুত্র বীৰ পত্নী লভিবা সম্পদ ॥
যদি তুমি হেন নাৰী থিৰ গুণৱতী।
নসহিবা ইতো দুঃখ সবক সম্প্রতি ॥

তেবে কোন নাৰী আক সহিবাক পাৰে।
নকৰিবা দুঃখ পেসী কহিলোহো সাৰে ॥
নিদ্রা ক্রোধ হর্ষহিম তপন পিয়াস।
ক্ষুধা মহা ৰৌদ্র ছয় অপৰ আলাস ॥

ইসবক জিনিয় তযু পুত্র নিৰন্তৰে।
সুখক ছাড়িয়া সবে শান্ত চিতে ফুৰে ॥
অল্প সুখে তুষ্ট নোহে তযু পুত্রচয়।
মধ্যম ভোগক কেহো বাঞ্ছা নকৰয় ॥

যেন দেখা দুঃখ সুখো হৈব তেন মত।
এহি জানি দুঃখ পেসী নকৰা মনত ॥
যাজ্ঞসেনী সহিতে তোমাৰ প্যাঞ্চ সুত।
মোহোত কৰিয়া নতি জানাইলা বহুত ॥

তাসম্বাৰ বদলে কৰোহো নমস্কাৰ।
কুশল কহিছা তোমাসাত তাসম্বাৰ ॥
তোমাৰো কুশল পুছি পঠাইছে আমাত।
অল্পতে কুশল তুমি দেখিবা সাক্ষাৎ ॥

এহি মতে কুন্তীক কেশৱে আশ্বাসিলা।
কৃষ্ণৰ বচনে কুন্তী সুস্থ চিত ভৈলা ॥
বুলিবে লাগিলা কেশৱক লাসে লাসে।
শুনিয়ো কেশৱ মই কহো তযু পাশে ॥

যেন মতে কুশল হৈবেক পাণ্ডুৰৰ।
সেহি মতে কুশল কৰিবা গদাধৰ॥
তোমাৰ মনত যাক দেখিবাহা ভাল।
ধৰ্ম্ম অবিৰোধে তাক কৰিবা গোপাল॥

যদুবংশে জন্ম তযু অতুল্য বিক্ৰম।
বুদ্ধি ধৰ্ম্ম তপবল সবাতে উত্তম॥
সত্য ৰূপ ব্ৰহ্ম তুমি জগত আধাৰ।
যেনে বোলা তেনে হৈবো মই জানো সাৰ॥

কুন্তীৰ বচনে তুষ্ট হৈয়া যদুপতি।
প্ৰদক্ষিণ কৰি তাঙ্ক বুলিলা মিনতি॥
অনুমতি লৈয়া গৈল দুৰ্য্যোধন ঘৰ।
পৰম সুন্দৰ গৃহ নাহি পটন্তৰ॥

বিচিত্ৰ আসন সব আছে শাৰী শাৰী।
সাক্ষাতে ইন্দ্ৰৰ গৃহ বুলিবাক পাৰি॥
যেন মেঘ খণ্ড অতি শুক্ল ৰুচিকৰ।
পৰ্ব্বতৰ শৃঙ্গ সম সব উচ্চ তৰ॥

সহস্ৰেক বীৰে বিৰাজিত সভাখান।
তাত কুৰু বীৰগণে বড় শোভামান॥
হেন মন্দিৰত উঠিলন্ত হৃষিকেশ।
তিনি দ্বাৰ অতিক্ৰমি ভৈলন্ত প্ৰবেশ॥

দ্বাৰী গণে নিষেধ কৰিতে নপাৰিল।
বিচিত্ৰ আসনে দুৰ্য্যোধনক দেখিল॥
সমীপত শকুনি সৌবল দুঃশাসন।
কৰ্ণকো দেখিলা সমীপতে নাৰায়ণ॥

কৃষ্ণ আসিবাৰ দেখিলন্ত দুৰ্য্যোধন।
মন্ত্ৰী সমে আসন ছড়িলা তেতিক্ষণ॥
গিৰিসিত কৰিয়া উঠিলা ৰাজাচয়।
আগ বাঢ়ি গৈলা সবে পদ কতিপয়॥

জ্ঞান জন্ম বয়সানুসাৰে যথোচিত।
সাদৰিলা কৃষ্ণে তাসম্বাৰ পূৰি চিত॥
পাচে দুৰ্য্যোধনে কৃষ্ণ বসিবাৰ তৰে।
সুবৰ্ণ আসন অনাই দিয়াইলা সত্বৰে॥

নানা বিধ আস্তৰণ পাৰি দিলা তাত।
তাতে বসিলন্ত হৰি সবাৰে সাক্ষাত॥
সঅৰ্ঘে পূজিলা কেশৱক দুৰ্যোধনে।
সুগন্ধিত জল আনি দিলা নিবেদনে॥

দুৰ্য্যোধনে ৰাজ্য গৃহ অৰ্পিলা কৃষ্ণত।
অনন্তৰে হৰি বসিলন্ত আসনত॥
প্ৰকাশ কৰিলা হৰি আদিত্য সঙ্কাশ।
উপাসিতে ৰৈলা কুৰু বীৰে চতুষ্পাশ॥

ৰাজাগণে অবনতে কৃষ্ণক সাদৰি।
মৌন হুয়া চতুষ্পাশে ৰহিলা আবৰি॥
সেহি সময়ত দুৰ্য্যোধন নৰপতি।
সবাৰে সাক্ষাতে মাধৱত নিগদতি॥

শুনিয়ো কেশৱ আজি আমাসাৰ ঘৰে।
ভুঞ্জিয়োক অন্ন যত্ন কৰিছো সাদৰে॥
শুনি কৃষ্ণে অনুমতি নেদিলাহা তাক।
দেখি দুৰ্য্যোধনে পুনু বুলিলাহা বাক॥

কুৰু বীৰ বিদ্যমানে বোলে মৃদু বাণী।
মুখত মধুৰ হৃদয়ত খুৰ খানি॥
শুনিয়ো গোবিন্দ তুমি সাধুৰ সন্মত।
ধৰ্ম্ম অৰ্থ ব্যৱহাৰ সবাতে পাৰ্গত॥

কৌৰব পাণ্ডব দুয়ো ঘৰৰ বান্ধব।
দুই হানৰো হিত মিত্ৰ সম্বধি কেশব॥
অন্ন পান বস্ত্ৰ শয্যা তোমাৰ নিমিত্তে।
যত্ন কৰি আনিলোহো অকপট চিত্তে॥

কি কাৰণে আক নলৈলাহা যদুৰাই।
ইহাৰ কাৰণ শুনিবাক ইচ্ছা যাই ॥
শুনি কৃষ্ণে তাঙ্ক প্ৰতি দিলন্ত উত্তৰ।
গম্ভীৰ বচন যেন গৰ্জ্জে জলধৰ ॥

সৰ্ব্বগুণান্বিত বাক্য পৰম নিৰ্দ্দোষ।
দৃঢ় অভিপ্ৰায় যেন শুনিতে সন্তোষ ॥
হেনয় বচন হৰি বুলিলা তথাতে।
আপুনাৰ ভুজক ধৰিয়া নিজ হাতে ॥

দূতে অন্ন ভুঞ্জে আৰো লয়ে সৎকাৰ।
যদি নিজ কাৰ্য্য সিদ্ধি হয়ে আপুনাৰ ॥
যি কাজে আসিছো যদি সিজে সিতো কাজ।
মন্ত্ৰী সমে মোক অৰ্চ্চিবাহা মহাৰাজ ॥

হেন শুনি দুৰ্য্যোধনে বুলিলন্ত বণী।
অযোগ্য বচন বুলিলাহা চক্ৰপাণি ॥
সিদ্ধি হোক নহোক বা তথু সমিহিত।
তথাপি তোমাক পূজিবাক সমুচিত ॥

প্ৰীতিত থাকিয়া পূজো নলবাহা তাক।
কিহেতু আছয় আত নুবুঝো ইহাক ॥
তুমি সমে বৈৰ নাহি নাহিকে সমৰ।
তভো কেনে হেন বাক্য বোলা গদাধৰ ॥

হেন শুনি হাসি বুলিলন্ত নাৰায়ণ।
শুনিয়োক মহাৰাজ ইহাৰ কাৰণ ॥
কাম ক্ৰোধ লোভ অৰ্থ দ্বেষ অনুসৰি।
সনাতন ধৰ্ম্ম চাড়িবোহো কেনেকৰি ॥

যাৰ সঙ্গে প্ৰীতি থাকে তাৰ অন্ন খাই।
আপদতো অন্ন ভুঞ্জে খাইবাক নপাই ॥
ইতো দুই বিধ অন্ন নহে মহাৰাই।
কেন মতে তথু অন্ন খাইবাক যুৱাই ॥

পাণ্ডবে তোমাত অন্ন বৰ্ত্তিয়া থাকয়।
সনাতন ধৰ্ম্মক পাণ্ডবে নচাড়য়॥
একে ভ্ৰাতৃ তাতে ধৰ্ম্ম আচৰে অশেষ।
হেন সকলক তুমি কৰা সদা দ্বেষ॥

সি সবক কেহ কিছু বলিতে নপাই।
তাহাঙ্ক যি সবে হিংসে হিংসে মোৰ কাই॥
তাসম্বাক অনুবৰ্ত্তে যিতো সাধু জন।
জানিবা মোহোত সিতো লৈলেক শৰণ॥

পাণ্ডব সহিতে মোৰ নাহিকয় ভেদ।
প্ৰীতি অন্ন নোহে এহি কৈলো পৰিছেদ॥
কাম ক্ৰোধ মোহে অন্ধ হুয়া যিতো নৰে।
গুণৱন্ত পুৰুষত বিৰোধ আচৰে॥

কৰে দ্বেষ সিহতক ভাল নেদেখয়।
সেহিতো পুৰুষাধম জানিবা নিশ্চয়॥
গুণৱন্ত জ্ঞাতিক নেদেখে মনে ভাল।
তাৰ গৃহে লক্ষ্মী নথাকয় চিৰকাল॥

মনে ভাল নেদেখৈ অথচ গুণৱন্ত।
তাকো প্ৰিয় বুলি বশ্য কৰে যিতো সন্ত॥
তাৰ শুদ্ধ যশস্যা সকল লোকে গাই।
এতেকে জানিবা ৰাজা মোৰ দোষ নাই॥

এতেকে নখাইবো মই তোমাসাৰ অন্ন।
বিদুৰৰ গৃহে থাকি কৰিবো ভোজন॥
দুৰ্য্যোধন নৃপতিক বুলিয়া হেনয়।
তৈৰ হস্তে উঠিয়া লড়িলা কৃপাময়॥

ধৃতৰাষ্ট্ৰ নৃপতিৰ গৃহৰ বঝাই।
বিদুৰৰ গৃহে চলি গৈলা যদুৰাই॥
লগতে লড়িল দ্ৰোণ ভীষ্ম কৃপবৰ।
বাহ্লিক নৃপতি আৰো কুৰু নিৰন্তৰ॥

বিদুৰৰ গৃহে ৰৈলা দেব চক্রপাণি।
কুৰুবীৰ সকলে বুলিলা তাঙ্ক বাণী॥
শুনিয়োক গদাধৰ জগত আধাৰ।
ধন জন গৃহ ৰত্ন সকলে তোমাৰ॥

তোমাত সকলে অর্পিলোহো যদুৰাজ।
আজ্ঞা কৰিয়োক প্রভু কৰো কোন কাজ॥
কৌৰৱৰ মিনতি দেখিয়া চক্রপাণি।
সবাকে সম্বুধি পাছে বুলিলাহা বাণী॥

নিজ ঘৰে যায়ো সবে নলাগয় আন।
ভৈলো তুষ্ট পাইলো পূজা যেহেন বিধান॥
কৌৰব সকল যদি গৈল নিজ ঘৰে।
বিদুৰে কৃষ্ণক পূজিলন্ত অনন্তৰে॥

ভক্তি ভাবে নানা মনোনীত বস্তুচয়।
কৃষ্ণৰ আগত আনি দিলা মহাশয়॥
নানাবিধ শুদ্ধ বহু দিব্য অন্ন পান।
কৃষ্ণৰ আগত দিলা বিদুৰ সুজান॥

সিসব আনন্দে কৃষ্ণে কৰিলা গ্রহণ।
মতায়া অনাইলা বেদগৰ্ভী দ্বিজগণ॥
কৰাইলা ভোজন সবাহাৰে তুষি মন।
সবাহাঙ্কে দিলা বহু মূল্য নানা ধন॥

তবে কৃষ্ণে অনুচৰ সকল সহিতে।
ভুঞ্জিলাহা অন্ন পান অতি তুষ্ট চিতে॥
যেন ত্রিদশৰ নাথ দেব শচী পতি।
আনন্দে ভুঞ্জয় অন্ন মৰুত সহিতি॥

অন্ন ভুঞ্জি সুস্থ হৈ আছা যদুপতি।
নিশাভাগে বিদুৰ কৃষ্ণত নিগদতি॥
যি কাৰ্য্যে নিশ্চয় কৰি আসিছা গোপাল।
ইহাক মোহোৰ মনে নেদেখোহো॥

ধৰ্ম্মে অৰ্থে নাহি ইচ্ছা মন্দ দুৰ্য্যোধন।
নলৱে বৃদ্ধৰ বাক্য পৰম কোপন॥
নমানয় নীতি শাস্ত্ৰ মূঢ় অভিমানী।
মিত্ৰ দ্ৰোহী পৰৰ মান্যক কৰে হানি॥

আপুনাত কৰি বড় নমানে আনক।
ইন্দ্ৰিয়ৰ বশ দড় নাহি অসত্যক॥
সকলে ডৰাই নুসুমৰে উপকাৰ।
তাৰ পৰে আৰ কি আছয় দুৰাচাৰ॥

হেন দুৰ্য্যোধনক বুলিবা হিত বাণী।
অবশ্যে নলৈবে আক জানো চক্ৰপাণি॥
পৃথিবীৰ সৈন্যচয় আনিছে যন্তাই।
আপুনাকে বড় হেন মানে তাক পাই॥

একে কৰ্ণে সবাকে জিনিব হেন মন।
পাণ্ডৱৰ সঙ্গে প্ৰীতি হৈব কি কাৰণ॥
ভীষ্ম দ্ৰোণ কৰ্ণ কৃপ দ্ৰোণৰ তনয়।
ইসবক নিতে অৰ্থ পূজে অতিশয়॥

• শুনা সভাসদ লোক এড়া আলজাল।
গিলি আসিলেক অজগৰ কালি কাল॥
বিষয়ৰ সুখ নীচ যোনিত মিলয়।
ইহাৰ কাৰণে কেনে আয়ু কৰা ব্যয়॥

নৰপতি চড়ামণি শিৱসিংহ নাম।
নামতে সে মনুষ্য বস্তুত দেব কাম॥
গৌৰ কলেবৰ সৰ্ব্ব অঙ্গে সুলক্ষণ।
দেৱ দ্বিজ ধৰ্ম্ম নীতি শাস্ত্ৰ পৰায়ণ॥

মহিষী অম্বিকা অম্বিকাৰ সহোদৰী।
ৰূপে গুণে পুত্ৰে ধৰ্ম্মে নাহি সৰিবৰি॥
শ্যাম কলেবৰ অঙ্গ কমল নয়নী।
গজগতি গামিনী কামিনী শিৰোমণি॥

চমৰী চামৰ সহোদৰ কেশ পাশ।
ৰুচিকৰ নীলৰত্ন লতিকা সঙ্কাশ॥
হেন দম্পতিৰ আজ্ঞা ৰত্ন শিৰে ধৰি।
ভণে দ্বিজ ৰমানন্দে বোলা হৰি হৰি॥

---

# মধুনাৰায়ণ।

## অগ্নিপুৰাণ

### যমৰ ঘৰত জীৱন্তা মনুষ্য।

বৈশম্পায়ন ঋষি জন্মিজয়ত কহিলা।
আৰু এক শঙ্কা ৰাজা সুধিলা তেখনে।
যমৰাজা ভয়ে পলাই গৈলা কি কাৰণে॥
কহিয়োক গুৰু মই শুনু ৰঙ্গ মনে।
কি কাৰ্য্যে পলাইলা যম এড়ি সিংহাসনে॥

শুনিয়া তেখনে ঋষি কহিবে লাগিলা।
পূৰ্ব্বৰ কথাক পাছে মনত স্মৰিলা॥
যম নৃপতিৰ ভাৰ্য্যা ধূমা মহাদই।
এক দিনা ৰাজাৰ পাশত বসি চাই॥

শুনা মহাৰাজা মই গোচৰক কৰোঁ।
মোহৰ বচন কৰা চৰণত ধৰোঁ॥
তোমাৰ আগত আজি মাগো এক বৰ।
যেবে বাক্য বোলা ঝাণ্টে কৰিয়ো সত্বৰ॥

অল্পকৰি হাসিলন্ত পাছে যম ৰায়।
সকলে তোমাৰ মোত কহা অভিপ্ৰায়॥
জম্বুদ্বীপ ভৰিয়া আছয় যত প্ৰাণা।
প্ৰবন্ধে ধৰিয়া তাক শাস্তি কিবো আন॥

কৃষ্ণৰ বচনে দেখা আছো দণ্ডধৰি।
চিত্রৰ গুপ্তৰ হাতে কাকত বিচাৰি॥
ধূমাত কহিলা কথা পাছে ৰাজা মাতি।
পাতকী জনক মই কৰো উগ্র শাস্তি॥

মহাদৈয়ে বোলে ৰাজা কথা শুনিয়োক।
জীৱন্তা মনুষ্য আনি দেখায়োক মোক॥
ভার্য্যাৰ বচন ৰাজা এড়াইতে নপাৰি।
কতোক্ষণে মনে গুণি পাইলা সাৰ কৰি॥

আছিলেক ৰূপাঙ্গদ কৃষ্ণত ভকত।
সন্ত দেখি ৰাজা পাতি থৈলা পৃথিবীত॥
তেন্তে ভাল কৰি মোক জানে পূর্ব্ব ধৰি।
তাহান পাশক দূত পাঞ্চো শীঘ্র কৰি॥

কালফুৰা সফুৰাক মাতিয়া আনিলা।
পৃথিবীক যাহ বুলি আদেশ কৰিলা॥
ধৰণী মণ্ডলে আছে ৰূপাঙ্গদ ৰাই।
শীঘ্র বেগে এতিক্ষণে চল তান ঠাই॥

ধূমা চাহিবাক খোজে জীৱন্তা মনুষ্য।
এতেকে এগোটা লাগে পঠাইবে অবশ্য॥
হেন শুনি কালফুৰা সফুৰা দুজন।
ৰাজাক নমিয়া চলিলেক তেতিক্ষণ॥

নগৰ পশিয়া দুয়ো লাসে লাসে গৈল।
বিকৃত দেখিয়া লোক দুৰতে ভাগিল॥
কতোক্ষণে পাইলা গৈয়া ৰাজাৰ দুৱাৰ।
দুৱৰীক বোলে বার্ত্তা জনায়ো আমাৰ॥

পাঞ্চিলেক যমৰাজা আইলো ইটো ঠাই।
কালফুৰা সফুৰা নামত দুয়ো ভাই॥
দুৱৰী ৰাজৰ আগে কৰি যোৰহাত।
আদেশ নৃপতি বুলি নমিলন্ত মাথ॥

আছে যমদূত দুই দুৱাৰত বসি ।
স্বৰূপ কহিলোঁ আমি তযু পাশে আসি ॥
দুৱৰীৰ বচন শুনিলা নিৰন্তৰ ।
চমক লাগিয়া গৈল সমস্তে সভাৰ ॥

পাত্ৰ সমে আলোচনা কৰিলা নৃপতি ।
মেলঘৰে পাছে বসিলন্ত সভাপাতি ॥
দূতক মাতিয়া পাছে পুছিলন্ত কথা ।
স্বৰূপ কহিয়ো বাক্য নুবুলিও বৃথা ॥

দূতৰ মূৰ্ত্তিক দেখি ডৰে ধাতু যাই ।
আনৰ আঁৰত আনে মণ্ডলু ফুৰাই ।
শুনি দূতে পাছে বুলিলন্ত হেন বাণী ।
পূৰ্ব্বৰ কথাক ৰাজা চায়ো মনে গুণি ॥

আমি কিছু নেজানো কহিলা ধৰ্ম্মৰাই ।
পূৰ্ব্বে দুয়োজন আছিলন্ত এক ঠাই ॥
আমাক পঠাইলে শুনা যি কামক লাগি ।
জীৱন্তা মনুষ্য এক পঠাইলেক মাগি ॥

দূতক থাকিবে লাগি দিলা বসাঘৰ ।
কালি দিবোঁ বাক্য বুলিলন্ত নৰেশ্বৰ ॥
যাক যাক পাঞ্চে ৰাজা যাইবে যমপুৰ ।
ভাৰ্য্যা পুত্ৰ এড়ি সবে পলায়য় দূৰ ॥

কাহাকো পাঞ্চিবে নোৱাৰয় দণ্ডি কৰি ।
পোতাশালে অনেক বৎসৰ আছে পৰি ॥
তাৰ এক জনে বোলে যাইবো যমৰাজ ।
যম নৃপতিত মোৰ কিছু আছে কায ॥

লোহাক কাটিয়া তাক কৰিলন্ত আগ ।
মাথাত বান্ধিবে খুজিলন্ত এক পাগ ॥
যম দ্বাৰা জাঠি খাণ্ডা দিয়ো ঢালখান ।
তেবে যাইবে পাৰো যম নৃপতিৰ থান ॥

হেন শুনি হাসিলেক সকলো সমাজ।
দিবাক লাগয় যাই সঞ্জমণিৰাজ॥
ৰাজা বোলে ভণ্ডাৰিক শীঘ্রে দেহ আনি।
দিলেক আনিয়া নৃপতিৰ শুনি বাণী॥

পোতাশালে পৰি আছে পোন্ধৰ বছৰ।
দেখিতে কুবৃত নখ ডাৰি ভোবোকাৰ॥
পাগ বান্ধি অস্ত্র ধৰি নৃপতিৰ আগে।
নমস্কাৰ কৰি বোলে পাঞ্চা যৈকে লাগে॥

যমৰ দূতত কৰি দেখিতে বিকৃত।
তাহাক দেখিয়া সৰ্ব্বলোক ভয় ভীত॥
দূতক সম্বুধি ৰাজা বোলন্ত বচন।
জীয়া মনুষ্যক আনি দিলো এহিজন॥

ধৰ্ম্ম নৃপতিৰ আগে কহিবা কাহিনি।
কাৰ্য্য সিদ্ধি হলে পাছে পুনু দিবা আনি॥
মনুষ্যক পায়া দূতে মেলানি কৰিলা।
যম নৃপতিৰ থানে তিনিয়ো লড়িলা॥

আগে পাছে দূত যাই মাঝত মানুষ।
দূতত পুছন্ত কথা যাইবো কোন দিশ॥
দক্ষিণে যমৰ বাট সঞ্জমণি ৰাজ্য।
দূতে বোলে নিবোঁ সেহি নগৰৰ মাঝ॥

কতো দূৰে গৈয়া দেখিলন্ত বন জুই।
থমকিল মানুষ মনত ডৰ হই॥
সঘনে তাহাত দূত আসে দিনে ৰাতি।
নোপোৰয় হাত ভৰি যাই লীলা গতি॥

গিৰ গিৰ কৰি অগ্নি যাই বেগ ধৰি।
পাতকীক নেই তাত চেঞ্চা পোড়া কৰি॥
ৰাম ৰাম বুলি তাত বেগ দিয়া গৈল।
নামৰ প্রভাৱে অগ্নি পথ ছাড়ি দিল॥

কতো দূৰে যাই দেখে বৰ বালাখান ।
অগনিৰ কণিকা উফৰে ঘনে ঘন ॥
বিস্ময় দেখিয়া পাছে মনে গুণিলন্ত ।
দূতক সম্মুখি হেন কথা পুছিলন্ত ॥

অগ্নিময় বালুকাত যাইবোঁ কেন কৰি ।
যাহন্তে পোড়য় মোৰ জানো হাত ভৰি ॥
ওপৰত আৱাঁ সূতা তলে খুৰধাৰ ।
কতো দূৰে দেখে যাই আগে পয়োসাৰ ॥

চাৰি পাশে পথ যাই নিহালি নিহালি ।
মনত বোলয় পড়ি মৰিবো সমূলি ॥
মায়াবলে দূত যাই তাহাৰ ওপৰে ।
ভৰি পিছলিয়া জানো পৰো খুৰধাৰে ॥

কৃষ্ণ কৃষ্ণ বুলি তাত বেগ দিয়া গৈল ।
হৰিৰ প্ৰভাৱে কিছু বিঘিনি নভৈল ॥
এহিমতে পথত যাহন্তে তিনি জন ।
ভয়ঙ্কৰ গৰ্ত্ত পাছে পাইলা তেতিক্ষণ ॥

একো দিকি পথ নাহি দেখি অন্ধকাৰ ।
হুইবাক লাগয় সেহি গৰ্ত্তে পয়োসাৰ ॥
নেই পাতকীক তাত তল মুণ্ড কৰি ।
তাহাক তৰিলা হৰি নামক স্মৰি ॥

নামৰ মহিমা দেখা কিনো বিপৰীত ।
সাধু সকলক বিঘ্নি নপাৰে লজ্জিত ॥
কতো দূৰে দেখে পাছে বজায়া গৰ্ত্তৰ ।
নগৰ নিকটে নদী বহে খৰোতৰ ॥

গহীন গম্ভীৰ আতি নাহি তাৰ পাৰ ।
দূতে বোলে বৈতৰণী নদী নাম আৰ ॥
যাইবে লাগে আমি নদ, নদীক এড়াই ।
তেবেসে পাইবোহোঁ ধৰ্ম্ম নৃপতিৰ ঠাই ॥

মই কেন মতে আবে আত যাওঁ তৰি।
নিস্তাৰ কৰন্তা নাহি বিনে দেৱ হৰি॥
এহি বুলি মনে গুণি মাধৱক স্মৰি।
নদীত নামিয়া বেগ দিলা শীঘ্র কৰি॥

বিষ্ণুৰ প্রভাৱে তাতো ন ভৈলা বিঘিনি।
লীলায়ে তৰিলা সিটো নদী বৈতৰণী॥
কতো দূৰে যাই দেখে নগৰৰ প্রজা।
মেল পাতি বসিয়া আছন্ত যম ৰাজা॥

কপালত হাত দিয়া নিৰীক্ষিল যাই।
সিংহাসনে বসি আছে ভৰি ওলমাই॥
মন বোলন্ত নৰে দুই ডৰি গোধা।
দুই নুই যম ৰাজা মনে হোৱে দোধা॥

পাৱত আছয় গোধ দেখিতে বিকট।
শৰীৰৰ কান্তি যেন জ্বলে ফট ফট॥
বিকৃতি আকৃতি নৰে আছে থিৰ হুয়া।
মাথাত আচয় জটা ওলমি পড়িয়া॥

দিলেক আটাস সিটো মাৰি বাৰু চুটি।
জাঠিক উল্লাস সিটো দিলে বাঘ লুটি॥
দেখি মহাভয় ভৈল যম নৃপবড়।
কিসে পাইলে বুলি উঠি দিলেক লৰৰ॥

জীৱন্তা মনুষ্য বুলি দূতে কহিলন্ত।
আগ পাছ নচাই ৰজা ডৰে পলাইলন্ত॥
সবাকো এড়িয়া সিটো দূৰক পলাই।
ধূমা মহাদৈই পাছে গৈলা সেহি ঠাই॥

নগৰৰ লোকে দেখি বিভঙ্গে পলাইলা।
ৰাজাৰ আসনে নৰ মানুষ বসিলা॥
হৰি ভকতক বিঘ্নি লঙ্ঘিতে নাপাৰে।
দণ্ডপাট এড়ি ৰাজা পলাই ফুৰে ডৰে॥

হেন জানি মাধৱৰ নামে ৰতি কৰা।
লাজ কায এড়ি ঝাণ্টে ভকতিক ধৰা ॥
শুনা কৃষ্ণ কথা জন্ম নকৰিয়ো বৃথা।
হৰিৰ চৰিত্ৰে আত নাহিকে অন্যথা ॥

দুৰ্লভ মনুষ্য তনু পাইবা কোন ভাগ্যে।
সত্বৰে সংসাৰ সিন্ধু তৰিবাক লাগে ॥
যত দেখা ধন জন সবে বিষ্ণুমায়া।
আকাশত প্ৰকাশে মেঘৰ যেন ছায়া ॥

কহে মধুনাৰায়ণে এড়া আন কাম
পাতক চাৰোক ডাকি বোলা ৰাম ৰাম ॥

## দুলৰি।

পাছে যমৰাই কতো দূৰে যাই,
হেটমুণ্ডে ৰহি আছে।
মাথা তুলি চাই, ধূমাক দেখিয়া,
মাতিবে লাগিলা পাছে ॥
হাঁউৰে পাপিষ্ঠি, তোহোৰ নিমিত্তে,
আগ পাছ নুগুণিলোঁ।
জীৱন্তা মনুষ্য, আনি তোৰ বাক্যে,
যত লাগে দুঃখ পাইলোঁ ॥
বাল্য বৃদ্ধ আনো, লোক সবে কান্দে,
নগৰ ভৈল উচ্ছন্ন।
তাসম্বাৰ দুঃখ, দেখি আবে মোৰ,
কিসক নযাই প্ৰাণ ॥
মোৰ সিংহাসনে, মানুষ বসিয়া,
কৰে হুনু আটি মুটি।
তাহাক শুনিয়া, এভো জীৱ আছৈ,
প্ৰাণ নযাই কেনে ফুটি ॥

ৰাজাৰ দুঃখক, দেখিয়া ধূমায়ে,
আগে যুৰি যোৰহাত।
আজ্ঞা কৰা প্ৰভু, সবে মান সাৰো,
মনুষ্যক মাৰো আত॥
যম ৰাজা বোলে, কৃষ্ণ ভক্ত নৰ,
পাপী সবে ডৰে কাম্পে।
আছোক মাৰিবে, তাহাৰ সমীপে,
চাপিবেক কাৰ বাপে॥
পথত বিঘিনি, নাশ কৰি দেখা,
আসি আছে যম পুৰে।
সঞ্জমনী ৰাজ, ভৈলেক উচ্ছন্ন,
মই পলাই ফুৰোঁ ডৰে॥
ভালুকৰ গৰ্ত্তে, কুঁহিয়াৰ ৰুইলোঁ,
কৰিলোঁ বড় অকাৰ্য্য।
ভাৰ্য্যাৰ বচনে, জীৱন্তা মানুষ,
আনি পাইলোঁ বড় লাজ॥
কোড়ে কাটি মই, গ্ৰহণী চপাইলোঁ
কৃষ্ণৰ বাক্য নমানি।
পাতকী লোকৰ ৰাজা পাতি মোক,
থৈলা প্ৰভু চক্ৰপাণি॥
তোমাৰ সেৱাক, এড়ি পাপী মই,
দুঃখ পাইলোঁ মন্দমতি।
দৈৱকী কুমাৰ, কৰিয়ো নিস্তাৰ,
হে কৃষ্ণ যদুপতি॥
যমৰ ভকতি, শুনি স্তুতি নতি,
কৃপাময় নাৰায়ণ।
বৈকুণ্ঠক এড়ি, গৰুড়ত চড়ি,
আসিলন্ত তেতিক্ষণ॥

মাধৱক পাই, পাছে যম ৰাই,
কৰিলন্ত নমস্কাৰ।
কৰযোৰ কৰি, চৰণক চাই,
দণ্ডৱত সাতবাৰ ॥ ৫৯
পাদোদক লই, ভোজন কৰিলা,
অনেক ভকতি ভাৱে।
কৃতাঞ্জলি কৰি, স্তুতি আৰম্ভিলা,
মাধৱৰ দুই পাৱে।
হে কৃষ্ণ প্ৰভু, বৈকুণ্ঠৰ পতি,
তুমি নিত্য নিৰঞ্জন।
পশিলো শৰণে, তোমাৰ চৰণে,
কৃপা কৰা নাৰায়ণ ॥ ৬০
যম নৃপতিৰ, ভকতিত তুষ্ট,
ভৈলা প্ৰভু সনাতন।
চাৰি হাত মেলি, আলিঙ্গি ধৰিয়া,
বুলিলা তাঙ্ক বচন।
তযু মন সিদ্ধি, হৈবেক নিশ্চয়,
তোমাত কহিলোঁ আমি।
ভাৰ্য্যা সমে কেনে, মনে দুঃখ কৰা,
শীঘ্ৰে কৈয়ো মোত তুমি ॥ ৬১
পাছে ধৰ্ম্মৰাই, বোলন্ত বিনাই,
শুনিয়ো জগত স্বামী।
ভূত ভবিষ্যত, আপুনি জানাহা,
তোমাত কি কৈবোঁ আমি ॥
হাসি নাৰায়ণে, বুলিলা বচন,
শুনা তোৰা দুয়ো প্ৰাণী।
কেনে অসন্তোষ, এতিয়া কৰাহাঁ,
মানুষক ঘৰে আনি। ৬২

আজ্ঞা ভঙ্গ দোষ, দেখো যমৰাই,
বুলিলন্ত চক্রপাণি।
মনুষ্যে তোমাক, দিলে অপমান,
দুঃখ পাইলা মহামানী॥
কিন্তু এক মই, উপায়েক দিও,
শুনিয়ো আবে নৃপতি।
ভাল ভাল চাই, দূতক পাঞ্চিয়া,
পঠাই দিয়ো মহামতি॥ ৬৩
জ্ঞানৱন্ত সিটো, জীৱন্তা মনুষ্য,
আপুনি যাইবেক ফিৰি।
এহি কথা কহি, ৰাজাৰ আগত,
অন্তৰ্দ্ধান ভৈলা হৰি॥
কৃষ্ণক আগত, নেদেখিয়া ৰাজা,
মনে মনে গুণিলন্ত।
ভুজঙ্গ দূতক, সম্বুধিয়া ৰাজা,
শীঘ্র কৰি পঠাইলন্ত॥ ৬৪
শুনৰে ভুজঙ্গ, আমাৰ বচন,
যাস তয় বেগ ধৰি।
দুৰাচাৰ নৰে, দেখা কেন কৰে,
চাই থাক মায়া কৰি॥
ৰাজাৰ আদেশে, ভুজঙ্গ আসিয়া,
দেখিলেক তেতিক্ষণে।
আগে জাঠি পুতি, খাণ্ডা বাৰু ধৰি,
বসি আছে সিংহাসনে॥ ৬৫
কনা কুজা খোড়া, ভেঙ্গুৰা যতেক,
নগৰত পাইলা যাই।
ধৰি বান্ধি আনি, মেল ঘৰে ৰাখি,
থৈয়া আছে এক ঠাই।

তাসম্বাত কথা, পুছিবে লাগিলা,
কৈক গৈলা যম ৰাই।
কৈত আছে যম, শীঘ্র মাতি আন,
আসোক মোহোৰ ঠাই॥ ৬৬

চিত্রগুপ্ত ছুইক, মাতি আন গৈই,
এতিক্ষণে মোৰ আগে।
কাকত বিচাৰি, লোকৰ মহলা,
মোতেসে দিবাক লাগে॥

খাটত বসিয়া, নির্ভয় যে হুয়া,
বাহু ডাম্ফি মাৰি আছে।
অদভুত দেখি, বিস্ময় স্বৰূপে,
ভুজঙ্গে মাতিলা পাছে॥ ৬৭

কি কাৰণে অবা, যমৰ পুৰক,
মৰিবে তই আসিলি।
মায়া কৰি দূতে, বচন বোলয়,
নেদেখে তাক সমূলি॥

ক্রোধে জাঠি তুলি, টংকালি পাৰয়,
শুন অৰে কোন জন।
ঘোৰ শূল ধৰি, হৃদয় বিদাৰি,
মাৰি পেশো এতিক্ষণ॥ ৬৮

গর্জ্জন শুনিয়া, ভুজঙ্গ দূতৰ,
ভয়ে গর্ভ গৈল গেলি।
মনুষ্যৰ মহা— প্রভাৱ দেখিয়া,
দূত গৈল শীঘ্র চলি॥

ৰাজাৰ আগত, নমস্কাৰ কৰি,
ভুজঙ্গে কথা কহিলা।
আকাশী চৰগ, মাগাত পড়িল,
বিস্ময় মনে থাকিলা॥ ৬৯

কৃষ্ণ ভকতৰ, মহিমা দেখিয়ো,
যমৰ দেখা বিপত্তি।
শুনা সভাসদ, হুয়া নিশবদ,
কৃষ্ণত কৰা ভকতি॥
ভাৰ্য্যা পুত্ৰ ধন, সবে অকাৰণ,
ঐশ্বৰ্য্য সমে বিভূতি।
হৰি বিনে দেৱ, গতি নাহি কেৱ,
ভজা কৃষ্ণ যদুপতি॥ ৭০
আমি অল্প জন, কি মতে বুজিবো,
শ্লোকৰ অৰ্থ গ্ৰহণ।
তথাপিতো গুৰু- পদ শিৰে ধৰি,
হৰি পাৱে দিয়া মন॥
পৰলোক বিত্ত, মাধৱৰ নাম,
জানি এড়া আন কাম।
মধু নাৰায়ণে, কহে সৰ্ব্বক্ষণে,
ড়াকি বোলা ৰাম ৰামে॥

পদ।

ভুজঙ্গৰ কথা শুনি মনে দুঃখ পাই।
মনুষ্যে খেদিয়া জানো আসে এহি ঠাই॥
সবাকে সম্বুধি ৰাজা কৰিলা মন্ত্ৰণা।
তাকো বোধ দিবে লাগি পাঞ্চা একজনা॥

চিত্ৰগুপ্ত দুয়ো বোলে ৰাজাৰ আগত।
মনুষ্যক বোধ দিবে হোৱয় যুগুত॥
উপায় মন্ত্ৰণা কৰি তাক নপঠাইলে।
মাৰিবে সবাকো সিটো নথাকিবে ভালে॥

ৰাজাক বুলিলা দূত পাঞ্চা শীঘ্র কৰি।
নিবৰ্ত্তিয়া মনুষ্য যাউক ঘৰে ফিৰি॥
একৈক দিনৰ দুঃখ সহন নযাই।
কতেক থাকিবো সবে বনত লুকাই॥

বনৰ মাঝত প্ৰজা বড় দুঃখ পাই।
নিৰাহাৰে বিকৃত আকাৰে মৰি যাই॥
দুহান্তৰ বাক্যে ৰাজা পাৱে বড় দুঃখ।
লাজে মাথা তুলি নচাৱয় ফিৰি মুখ॥

পাঞ্চিলেক ৰাজা বিকালক শীঘ্র কৰি।
বোধ দিয়া মনুষ্যক পাঞ্চা নিজ পুৰী॥
তেখনে বিকাল গৈয়া আগে ভৈলা থিৱ।
দেখি মনুষ্যৰ মূৰ্ত্তি উড়ি গৈল জীৱ॥

মৃতকৰ অধিকাৰী যমৰ কিঙ্কৰ।
জীৱন্তা মনুষ্য দেখি কৰে থৰবৰ॥
তই কোন বুলিয়া মনুষ্য ৰিঙ্গ দিল।
পলাইল বিকাল মল মুত্ৰক এড়িল॥

নগৈল মনুষ্য ফিৰি ৰাজা বাৰ্ত্তা পাইলা।
যায়োক বিধতা বুলি ৰাজা আদেশিলা॥
কপোত যানত চড়ি বিধাতাও গৈল।
মনুষ্যৰ আগে গৈয়া থিৱ হুয়া ৰৈল॥

শুনিয়ো মনুষ্য তই মোৰ বোল ধৰ।
যম পুৰ হন্তে যায়ো আপনাৰ ঘৰ॥
বিধতাক দেখিয়া মনুষ্য ৰঙ্গ মন।
ঝাণ্ট কৰি কহ মোত তই কোন জন॥

নাম মোৰ বিধতা জানিবি স্বৰূপত।
মনুষ্যৰ সুখ দুঃখ লেখোঁ কপালত॥
মনুষ্যে বোলয় কপটীয়া দুৰাচাৰ।
লোহাক পিন্ধিলো মই বছৰ পোন্ধৰ॥

ইহাক লিখিলি তই মোহোৰ কপালে।
যাকে চাওঁ তাকে পাইলো আসি আছ ভালে ॥
ভয় পায়া বিধতা আসিলা মায়া কৰি।
হেন দেখি যমৰাজা মনে গৈলা ডৰি ॥

ৰাজাত কহিলা বিধি সকলে বৃত্তান্ত।
মৌন হুয়া ৰৈলা দুঃখে নোলাৱয় মাত ॥
চিত্ৰগুপ্ত দুইক পাছে বুলিলা বচন।
পাছে লেখা কৰা আসি চলিও এখন ॥

শান্ত কৰি মনুষ্যক পঠাই দিও যাই।
তেবেসে আসিবা দুয়োজন মোৰ ঠাই ॥
ৰাজাৰ আদেশে দুয়ো তেখনে চলিলা।
মনুষ্যৰ পাশক তেখনে গৈয়া পাইলা ॥

লাসে লাসে গৈয়া দেখা দিলা তেতিক্ষণে।
মনুষ্যক দেখি মাতে মধুৰ বচনে ॥
কেনে বহি আছা আত মনুষ্য আটাই।
নিবৰ্ত্তিয়া যায়ো থাকিবাৰ নযুৱাই ॥

নিশ্চয়ে কহিলোঁ ধৰা আমাৰ বচন।
সিংহাসন হন্তে নামি চলিয়ো এখন ॥
মনুষ্যে বোলয় দেখা দিলা ভাল ভৈল।
ঝাপ দিয়া দুইকো ধৰিবাক খেদি গৈল ॥

পলাইল তেখনে পিছে দুইকো নেদেখিল।
ফিৰি আসি সিংহাসনে মনুষ্য বসিল ॥
মনুষ্যৰ মহিমা কহিলা স্বৰূপত।
শুনিয়া বিস্ময় ভৈলা ৰাজাৰ মনত ॥

কতো বেলি থাকি ৰাজা মনে গুণি পাইলা।
কালক সম্বুধি ৰাজা মাতিবে লাগিলা ॥
কাল ৰূপে প্ৰভু তুমি অচিন্ত্য শকতি।
তোমাক পাঞ্চিবে নুহি আমাৰ শকতি ॥

তথাপিতো যদি অনুগ্ৰহ আছে মোক।
মনুষ্যৰ পাশে প্ৰভু এখনে চলোক ॥
কোমল মধুৰ বাণী বুলিয়া অশেষ।
যেন তেন মতে তাক পঠায়োক দেশ ॥

ৰজাৰ বচনে কাল তেখনে চলিলা।
মনুষ্যৰ আগে কথা কহিতে লাগিলা ॥
চিনিয়ো মোহোক আবে কহ স্বৰূপত।
কাল নাম মোৰ জানা জগতে প্ৰখ্যাত ॥

মনুষ্য বোলয় ভালে লগ পাইলোঁ তোক।
মিছা সঞ্চা দোষে মাৰি নেস সবে লোক ॥
আৰু কিবা চাওঁ তোক ফুৰুহোঁ বিচাৰি।
আপনাৰ দেশে তোক নিয়ো বান্ধি ধৰি ॥

গৰ্জ্জন শুনিয়া কাল পলাইল তেখনে।
যমৰাজা দুঃখে বসি আছয় যি স্থানে ॥
যত কৃত কথা মানে সকলে কহিল।
শুনি ধৰ্ম্মৰাজা পাছে নিশ্বাস তেজিল ॥

বৈশম্পায়ন বদতি শুনিয়ো জন্মিজয়।
কতো বেলি পাইলা গুণি উপায় নিশ্চয় ॥
নাহিকে সহায় মোৰ নিদ্ৰাৱলী বিনে।
মনুষ্যৰ থানে আই চলিও এখনে ॥

যেহি বৰ লাগে সিটো দিবা সেহি বৰ।
সত্বৰে পঠায়ো আই আপোনাৰ ঘৰ ॥
ৰাজাৰ আদেশে চলি গৈলা নিদ্ৰাৱলী।
মনুষ্যক মাতে বাপু কি কৰস বুলি ॥

তই কোন বুলিয়া মনুষ্য মাতিলন্ত।
নিচিনস মোক বুলি চিনাকি দিলন্ত ॥
সুখে দুঃখে নিদ্ৰা তোক নেড়োহোঁ সদাই।
নিদ্ৰাৱলী বুলি মোক জানিয়ো আটাই ॥

কি কাৰণে তুমি আসি আছা ইটো ঠাই।
ঝাণ্ট কৰি কথা মোত কহিয়ো বুজাই ॥
যমপুৰ বুলি আক ত্রিজগতে জানে।
জীৱন্তা মনুষ্য কেনে থাকহ ইথানে ॥

আমাৰ বচনে তুমি ফিৰি যাহা ঘৰ।
পৃথিবীত ৰাজা হুইবি মই দিলোঁ বৰ ॥
হেন শুনি মনুষ্যাৰ ৰঙ্গ ভৈলা মন।
পুনু নিদ্রাৱলী বোলে মধুৰ বচন ॥

শীঘ্র কৰি যাস তই আপোনাৰ পুৰী।
প্রণামি মনুষ্য বোলে শুনা মন কৰি ॥
নোহো ৰাজবংশী মই হুইবোঁ কেনে ৰাজা।
কোন থানে ৰাজা হুই পালিবোহো প্রজা ॥

ইটো কথা আমাৰ সংশয় দূৰ কৰা।
তেবে যাইবে পাৰিবোহোঁ ইঠাৱৰ পৰা ॥
নিদ্রাৱলী বোলে মই কহোঁ স্বৰূপত।
ধন জন ধানে তোক নেড়োক সতত ॥

স্বর্গ বিনে পৃথিবীৰ যৈত তোৰ মন।
ৰাজা হুয়া থাক তৈতে যাহ এতিক্ষণ ॥
প্রণামি মনুষ্যে বোলে যাইবো কেন মত।
দুই দূতে আনিলেক আসন্তে পথত ॥

যাহা যাহা বুলি মোক বচন বোলস।
নির্গম নজানো মই মোত নাহি দোষ ॥
নিদ্রাৱলী বোলে বাপ ইকথা থাকোক।
দিলোঁ লগে দূত দুই এখনে যায়োক ॥

তেতিক্ষণে কাল বিকালক আদেশিলা।
মনুষ্যক লৈয়া দূত তেখনে চলিলা ॥
পথত যাহন্তে দেখে এক গোটা জীৱে।
দূতক সুধিলা কিয় খেৰ বোজা বৱে ॥

শুনিয়া বচন দূতে কহিবে লাগিল।
পূৰ্ব্বে লোক যুৰে খেৰ কূটা দিয়াছিল॥
প্ৰাণীক দেখিলে মাতে অনে বিস্তুটি।
সি কাৰণে খেৰ বোজা বহে দিনে ৰাতি॥

আৰু দেখিলেক মাথে জুই চৰু লই।
বাটে বাটে বেঢ়াই ফুৰে হাৰাশাস্তি হুই॥
দূতক বোলন্ত কথা কৈয়ো ৰঙ্গ মনে।
মাথে অগ্নিচৰু লৈয়া ফুৰে কি কাৰণে॥

দূতে বোলে অগ্নি থৈয়া নেদিলে আনক।
সি কাৰণে যম ৰাজা বিহিলে পাতক॥
আৰু দেখিলেক মাথে চূণ চৰু লই।
ঘৰে ঘৰে ফুৰে দেখোঁ কেহোঁ নিকিনই॥

দূতে বোলে চূণ থৈয়া নিদিলে আনক।
সিহেতু ভুজয় ইটো উচিত পাতক॥
পুনৰপি উগ্ৰ শাস্তি আছে ইটোবৰ।
হৰি ভকতক দেখি নিন্দিলে বিস্তৰ॥

অল্প অগনিয়ে যেন সমুলি দহয়।
ভক্তক ভজিলে গুছে যাতনাৰ ভয়॥
এহি কথাতেসে নগৰৰ বাজ ভৈলা।
দূতে মনুষ্যক পূৰ্ব্ব পথে নিয়া গৈল॥

পাছে নিদ্ৰাৱলী যাই বুলিলা ৰাজাক।
বোধ দিয়া মনুষ্যক পঠাইলোঁ দেশক॥
গৈলেক মনুষ্য শুনিলেক সৰ্ব্বজন।
পালটিয়া সৰ্ব্বজন আসিলা তেখন॥

নিদ্ৰাৱলী প্ৰসাদত দুৰ্গতি খণ্ডিল।
সিংহাসনে আসি পাছে নৃপতি বসিল॥

---

# কৃষ্ণাচাৰ্য্য দ্বিজ।

## ভবিষ্য-সংগ্ৰহ।

মহেশ বদতি শুনিয়ো পাৰ্ব্বতী
কহিবো কথা বিস্তৰ।
পাষণ্ড আচাৰ সদা প্ৰবৰ্ত্তিব
কলিত দুৰ্জ্জন নৰ॥
অষ্টশত চাৰি হাজাৰ বছৰ
কলিৰ গৈলেক যেবে।
অঙ্কিলাদি যোগ ভকতি মিলিব
জানিবা পাৰ্ব্বতী তেবে॥
অঙ্কিলা যোগৰ চিহ্ন কিছু কহোঁ
শুনিয়োক সাৱহিতে।
চণ্ডালৰ পদ জলক ভুঞ্জিব
বিশ্বাস কৰিব চিত্তে॥
তান সিদ্ধ অন্ন কৰিব ভোজন
চৰণৰ ধুলি লৈব।
এতেক লক্ষণ অঙ্কিলা ভকতি
কলিত বিদিত হৈব॥
সম্বলা ভক্তিৰ কহিবো লক্ষণ
আবে শুনিয়োক গৌৰী।
দুষ্ট নৰ সবে ৰহস্য থানক
আনিবে যুবতী নাৰী॥

ভকতেসে তাইক শপত কঢ়ায়া
কর্ণত কহিবে জ্ঞান।
বুলিবে ভক্তিত ভকতেসে পাই
মহা ৰসময় থান॥
ভক্তিত কপট নুযুৱাই মায়
এৰিয়োক আভৰণ।
আমিও তেজিবো শৰীৰৰ বস্ত্র
নকৰা লজ্জিত মন।
এহিবুলি স্ত্রীক কৰিব বিবস্ত্র
হাতে আঙ্কোয়ালি ধৰি।
বুলিব পুর্ব্বত গকুলত হেন
বিহাৰ কৰিলা হৰি॥
আৰু বুলিবেক পূৰ্ব্বে তুমি মায়
আছিলা ৰাধিকা ৰাণী।
তোমাৰ গাৱত চিহ্ন সব আছে
বোলোঁ আমি সত্য বাণী॥
গিৰি গোবর্দ্ধন স্তন দুই তেন
পুর্ব্বতে ধৰিলা হৰি।
ইহাৰ ওপৰে হস্তক চৰাইব
কানাই ৰূপক ধৰি॥
আত দোষ নাই পূর্ব্বত কানাই
গোপীক ক্রীড়িলা বনে।
সিদ্ধৰ বেশক সেৱক ধৰিবোঁ
কহে ভক্ত গুৰুগণে॥
শুনা আৰু মায় ভক্তৰ বীর্য্যক
গর্ভতে যিজনে ধৰে।
কোটী জনমৰ গুচয় পাতেক
পুৰুষ সবে উদ্ধাৰে॥

এমন প্ৰবোধ শুনি ভকতৰ
তৰুণা তৰল চিত।
বোলে আজি ধৰি সাতে পাঁচে মোৰ
হৈব পতি মনোনীত॥
ভকতে সুহৃদ বান্ধব ভকতে
ভকত সে হৈব বাপ।
সমস্ত সম্বন্ধ তোমাত ৰহোক
এৰাইব সংসাৰ তাপ॥
এহি বুলি দুষ্টা নাৰী গোটা তাই
থাকিব মনত ৰঙ্গে।
আপোন স্বামীত বিশ্বাস এৰিব
ক্ৰীড়িব ভকত সঙ্গে॥
মহেশ বদতি অধৰ্ম্মৰ বল
বুজিবা প্ৰাণৰ জায়া।
অধৰ্ম্মত ধৰ্ম্ম বুদ্ধি কৰিবেক
মুহিবে বিষ্ণুৰ মায়া॥
ভকতিৰ ছলে ভক্তি মাতৃ সমে
থাকিব ভকতগণে।
তাঙ্ক দেখিবাক আন প্ৰাণীগণে
চলিব কৌতুক মনে॥
ভকতে ভকতি মাতৃৰ চৰণে
কৰিবেক নমস্কাৰ।
বুলিব ভকতি দানদিয়া মাৱ
তোৰা লক্ষ্মী অৱতাৰ॥
যিটো যিটো জনে তাৰ সঙ্গে যাইব
মন্ত্ৰ ঔষধৰ বলে।
মহামোহ হুয়া কুলগুৰু তেজি
থাকিব তৈতে সকলে॥

জানিবা পাৰ্ব্বতী সম্বলা ভকতি
ইহাক বুলি কহয়।
অঙ্কিলা সম্বলা মিশ্র ভৈলা যেবে
লম্পটা নাম নিশ্চয় ॥
লম্পটা ভক্তিৰ আনো চিহ্ন সব
কহিবো গৌৰী তোমাত।
কুলগুৰু যিটো জ্ঞান উপদেশে
হেন বুদ্ধি হৈব তাত ॥
মায়ায়ে মুহিয়া ক্রিয়া কুল ধৰ্ম্ম
তেজিবেক সমস্তয়।
গোপ্য শাস্ত্র সব আপুনি ৰচিব
দিব শঙ্কৰৰ নয় ॥
বুলিব শঙ্কৰে হেনয় কহিছে
ভকতে ব্রহ্মা ঈশ্বৰ।
ভকতি মাতৃত কৰিবেক ৰতি
এহি অর্থ সাৰোত্তৰ ॥
এহি বুলি দুষ্টে আনো মনুষ্যত
গুৰু হুয়া কহিবেক।
ভক্তে গুৰু বুলি মনুষ্যত পূজা
লৈয়া সিটো ফুৰিবেক ॥
ভক্ত গুৰু যেহি অর্থক নাজানি
মানিব হৰিৰ বাক।
হৰি হৰি কিনো দোৰ্ঘোৰ কলিত
মিলিব কৰ্ম্ম বিপাক ॥
আউৰ বুলিবেক ভকত গুৰুক
সাক্ষাতে তুমি ঈশ্বৰ।
তোমাৰ আজ্ঞাক প্রতিদিনে আমি
কৰিবোঁ মনে আদৰ ॥

শিষ্য বাক্য হেন শুনি তাৰ গুৰু
কপটে বাক্য বুলিব।
কা'ৰ কোন গুৰু হৈবাক পাৰয়
কাৰ কোন শিষ্য হৈব॥

ইকথা থাকোক বাপ চলিয়োক
বঢ়ায়োক শিষ্যচয়।
গুৰু বাক্য হেন সিটো শিষ্যে শুনি
কৰিব শিষ্যে প্ৰচয়॥

শিষ্য কৰি সিটো আউৰ শিষ্য সমে
গুৰুৰ সমীপে যাইব।
শিষ্যযে প্ৰশিষ্য শিষ্য সমে গুৰু
গুপুতে মেল কৰিব॥

শুনা নৰ নাৰী মহন্তৰ বাক্য
মিছা নহে কদাচিত।
পাষণ্ড মৰ্দ্দন ভবিষ্য সংগ্ৰহ
শাস্ত্ৰ অতি মনোনীত॥

কলিত যি হৈব ভবিষ্যত কথা
মহেশ গৌৰীত কৈলা।
নাৰদৰ মুখে পৃথিবীত ইটো
সম্বাদ বেকত ভৈলা॥

নমো নমো হৰি চৰণ পঙ্কজ
মকৰন্দ লয়লাস।
গুচুৱা কুমতি অগতিৰ গতি
প্ৰণামোহো হৃষিকেশ॥

হৃদেশ্বৰে মোক যেন নিদৰ্শিলা
সেহিৰূপে প্ৰবৰ্ত্তিলোঁ।
বঢ়াটুটা দোষ ভৈলা যত যত
হৰিত সবে অৰ্পিলোঁ॥

হৰিহৰ পদ হৃদয়ে ধৰিয়া
দ্বিজ কৃষ্ণাচাৰ্য্যে ভণে।
ৰাম ৰাম বাণী ঘুষিয়োক মুখে
যত সমাজিক জনে॥

পদ।

মহেশ বদতি শুনা জগতৰ মাৱ।
দুষ্ট ভকতৰ হেন হৈবেক স্বভাৱ॥
আপোনাৰ শাস্ত্ৰক আপুনি বখানিব।
বেদৰ গুপুত বুলি শিষ্যত কহিব॥

সেহি শাস্ত্ৰ শুনে যিটো তেজি কুলাচাৰ
অধৰ্ম্মত মতি প্ৰবৰ্ত্তন ভৈলা তাৰ॥
ইন্দ্ৰিয়ৰ বিষয়ত যাৰ আছে ৰাগ।
মাধৱৰ চৰণক কেনে পাইব লাগ॥

বুলিব লোকক পাই শাস্ত্ৰ হেন কহে।
বেদৰ বাহিৰ ধৰ্ম্ম ভকততে ৰহে॥
পৰনাৰী হৰণত কিছু দোষ নাই।
গকুলে গোপীক ক্ৰীড়িলন্ত যদুৰাই॥

এই মতে দুষ্ট সবে গুপ্ত মেল কৰি।
পিতৃ মাতৃ কুলগুৰু ধৰ্ম্ম পৰিহৰি॥
ভকত গুৰুৰ পদে ভজিব সমস্ত।
নুবুজিব মাধৱৰ ভকতিৰ তত্ব॥

বিধৱা সবেয়ো আসে পৰৰ তৰুণী।
মন্ত্ৰ ঔষধৰ বলে আনিবেক টানি॥
গোপ্য মেল মধ্যে তাইক কহিবেক জ্ঞান।
বুলিবে ভকতে হৰিগুৰু বিদ্যমান॥

গোপ্য মেল মাজে আৰু বুলিবেক বাণী।
পূৰ্ব্বত আছিলা তুমি লক্ষ্মী যে গোসানী॥
মাধৱ আছিল ভয়ু অতি প্ৰিয় পতি।
গুণমানে বুজিলোহো তোমাত সম্প্ৰতি॥

তথু নাভি হস্তে চিহ্ন সমস্তে আছয়।
কোমল হস্তত আৰু লয়ন্ত শোভয়॥
লক্ষ্মীৰূপা তুমি মাৱ বুলিলোহোঁ বাক।
ভক্তি মাতৃ হুয়া দয়া কৰিও আমাক॥

পূৰ্ব্ব জন্মে যিটো ভাল জানিবা নিশ্চয়।
অপৰ জন্মত ভাল সেহিসে হৱয়॥
ভক্ত গুৰু সমস্তৰে তুমি সমে মাৱ।
ইঠাইতে নিবাস হৌক হুয়া একঠাৱ॥

হৰিত ভকতি হৈব সুলভ ভকতি।
যেন হাতে আমলখি ফল থাকে বস্তি॥
এই মতে আদেশিব দুষ্ট ভক্তগণে।
বিবস্ত্ৰ হইবাৰ আজ্ঞা দিব ৰঙ্গমনে॥

এতেকে কামিনী সবে এৰিব বসন।
ৰান্ধি বাঢ়ি ভকতক দিব দিব্য অন্ন॥
অন্ন ভুঞ্জি অন্যো অন্যে মনে মানি তুষ্টি।
ব্ৰহ্ম মুখে উপসত আমাৰ হয়ন্তি॥

আৰু নিবৃত্তিত অধিকাৰ আপোনাৰ।
মিলিয়া নিন্দিব আৰু বৈষ্ণৱ আচাৰ॥
ফুৰিবেক স্ত্ৰীৰ সঙ্গে ভক্ত দুৰাচাৰ।
দৃষ্টান্ত সহিতে শুনা উত্তৰ ইহাৰ॥

যেন ঋতু সময়ত সঙ্গে বৃষচয়।
পালা ষাড় খেদি নিয়া সবেয়ো ৰময়॥
তাৰা সেহিমতে পৰস্ত্ৰীক ৰমিবন্ত।
তাহান ৰীতিয়া নাম প্ৰখ্যাত হৈবন্ত॥

মহেশ বদতি শুনা গণেশ জননী।
সিটো দুষ্ট সব যাইব পুৰ সঞ্জমনী॥
তথাত প্ৰলম্ভ নামে নৰকে ভুঞ্জিব।
চন্দ্ৰ দিবাকৰ মানে নৰকে পচিব॥

শুনিয়োক প্ৰলম্ভযে নৰক লক্ষণ।
বিশাল বহল গৰ্ত্ত শতেক যোজন॥
আছে তাত বজ্ৰদংশ কীট অসংখ্যাত।
ৰজস্বলা নাৰীৰ ৰুধিৰ জল তাত॥

হেনয় বিকৃত তাত নৰক অপাৰ।
লম্পটা ভকতগণে ভুঞ্জিব নিকাৰ॥
পাতকৰ ফল ভুঞ্জে নিৰ্ম্মাণ বিধতাৰ।
এৰাইতে নাপাৰে জানিবাহা সাৰেসাৰ॥

এই বুলি মৌন ভৈল প্ৰভু কৃপাময়।
দেবীৰ মনত আসি মিলিল সংশয়॥
পাৰ্ব্বতী বোলয় প্ৰভু মহেশ গোঁসাই।
নিয়ম সংযম হৰি ভকতিত নাই॥

তযু মুখপদ্ম হন্তে ভৈলেক বেকত।
পূৰ্ব্বে শুনি আছোঁ এই অৰ্থ সাৰোগত॥
হৰি ভকতিৰ কেনে বিষম স্বভাৱ।
ভকতি কৰন্তে কেনে নৰকত ঠাৱ॥

• পৰিহাস ভাৱে লয়ে নাম মাধৱৰ।
হেলা কৰি লৱে নাম যদি কোন নৰ॥
যদি নাম লয়ে জল গাছৰ প্ৰমাণ।
তথাপিতো হৰে পাপ নামৰ কীৰ্ত্তন॥

আৰু শুনি আছোঁ হেন নামৰ আভাস।
মুক্ত হুয়া ছলে সিটো মাধৱৰ পাশ॥
কলিত নামেসে ৰতি নামে মাত্ৰ মতি।
গোপনীয় অৰ্থ কহি আছাঁ প্ৰতি প্ৰতি॥

অঙ্কিলা সম্বলা আৰু লম্পটা ভকতি।
ভক্তি মাতৃ পাতি হৰিতেসে কৰে ৰতি॥
হৰিৰ চেষ্টাক কৰে হৰিৰ ভাৱন।
কি কাৰণে তাৰ হয়ে নৰকত থান॥

এহি মোৰ সংশয় ছেদিয়ো পশুপতি।
তোমাৰ যশক গাইবোঁ কৰোহোঁ প্ৰণতি ॥
প্ৰণমিয়া জগতৰ কৃপালু কৰণে।
ধৰিলা জগত মাতা হৰৰ চৰণে ॥

পূৰ্ব্ব শুনি আছোঁ অজামিল উপাখ্যান।
যম কৃষ্ণদূতৰ সম্বাদ বিদ্যমান ॥
বিষ্ণুদূত হন্তে যম কিঙ্কৰ সকল।
শুনিলন্ত কৃষ্ণনাম মহিমাৰ বল ॥

পাছে যমদূত সবে যমত পুছিলা।
নামৰ মহিমা যম ৰজায়ো কহিলা ॥
নামৰ কীৰ্ত্তনে মাত্ৰ গুছয় নৰক।
মানিবিহি দূতগণ বৈষ্ণৱ জনক ॥

এইমতে নামৰ মহিমা বাৰম্বাৰ।
তযু মুখে শুনি আছোঁ জগত আধাৰ ॥
দেবীৰ সংশয় হেন শুনি মহেশ্বৰ।
ক্ৰোধ কৰি পাৰ্ব্বতীক বুলিলা বিস্তৰ ॥

আৰু দেবী তুমি কেনে বিস্তৰ লপস।
বহু অৰ্থ পায়া যেন অল্পতে চলস ॥
ইহাৰ উত্তৰ শুনা থিৰ কৰি মন।
ভকতি যোগৰ হেতু পাপ বিমোচন ॥

ছয় উৰ্ম্মি যোগ যাৰ আছে নিৰন্তৰ।
নামত সে গহে কৰে পাতক বিস্তৰ ॥
বেদবিধি নাচাৰে ভকত ভৈলোঁ বুলি।
নাশিল পামৰ সিটো জানিবা সমূলি ॥

ভকতিত মহাপাপ কৰে যিটো জন।
বজ্ৰলেপ তুল্য হয়ে নাহি বিমোচন ॥
অন্য অৱস্থাত পাপ কৰিয়া আচৰে।
হৰি ভকতিক কৰি সমূলি উভাৰে ॥

শুনা নৰনাৰী পদ ভবিষ্য সংগ্ৰহ।
তেজিয়ো সমস্ত লোক পাপত আগ্ৰহ॥
মাধৱৰ চৰণত ভজা অনুক্ষণ।
ধৰ্ম্মত থাকিয়া পাইবা বৈকুণ্ঠত থান॥

পুত্ৰ-দাৰা ধন-জন সব আকৰ্ষণ।
আলজাল মিছা সবে জানি সৰ্ব্বজন॥
নেৰা বেদ বিধি বিৰকতি নহে যাৰে।
বেদৰ নিসিদ্ধ কৰ্ম্ম নকৰিব তেবে॥

পাষণ্ড মনুষ্য সমে নকৰা আলাপ।
উপজিব ভকতি বিৰোধ মহাপাপ॥
এতেক জানিয়া শুদ্ধভাৱে ভজা হৰি।
বৈকুণ্ঠক যাই সবে সংসাৰ নিস্তৰি॥

ভণে কৃষ্ণাচাৰ্য্য দ্বিজ মহামূঢ় মতি।
বোলা হৰি হৰি সবে খণ্ডোক দুৰ্গতি॥
তাৰ কেত আছে ফল হৰি ভজনত।
কহিলোঁ ৰহস্য কথা তোমাৰ আগত॥

• বেদৰ বিহিত ধৰ্ম্ম যিটো আচৰয়।
জ্ঞান শাস্ত্ৰ নিষিদ্ধ পাপক নৰহয়॥
হেনয় বিৰত হুয়া যদি ভজে হৰি।
সিয়ো অনুক্ৰমে সিদ্ধি পাইব নিষ্ট কৰি॥

ভাগ্য বশে নিবৃত্তিত মন ভৈলা যাৰ।
হৰিৰ ভজনে সংসিদ্ধি হৈব তাৰ॥
শুনিয়োক দেবী শঙ্কা নকৰা মমত।
কেনে অজামিলে নিবৃত্তিতে ভৈলা ৰত॥

সিয়ো পাপী নিস্তৰিলা নাৰাণয় বুলি।
তাহাৰ উত্তৰ শুনা সাৱধান কৰি॥
অজামিল ব্ৰাহ্মণ সে মৃত্যু সময়ত।
ছয় উৰ্ম্মি এৰি ভৈলা নিবৃত্তিত ৰত॥

এহি হেতু অজামিল লভিল সংসিদ্ধ।
হৰি ভকতিৰ আগে কহিলোহোঁ বিধি॥
লম্পটা ভক্তিৰ আৰু ছয় উৰ্ম্মি আছে।
বেদৰ নিসিদ্ধ পাপ কৰ্ম্ম হন্তে সাঞ্চে।

সেহি মতে চলে যিটো নৰ দুৰাশয়।
লভিবেক দুৰ্গম যে নৰক নিশ্চয়॥

ছবি।

পাৰ্ব্বতী বদতি স্বামা আৰু প্ৰশ্ন কৰোঁ আমি
ছেদিওক আমাৰ সংশয়।
লম্পটাদি ভক্তি সব কাতহন্তে ব্যক্ত হৈব
কহিয়োক তুমি মহাশয়॥
শূলপাণি নিগদতি শুনিয়ো পাৰ্ব্বতী
ব্যাসৰ ভকতি ধৰি নৰ।
বৈকুণ্ঠক চলি যায় হেন দেখি যমৰায়
মনকষ্ট কৰিলা বিস্তৰ॥
কি কৰিব বৈষ্ণৱক নডৰয় ত্ৰিদশক
এহি বুলি কহিলা দূতত।
হেন শুনি দূতগণে বুলিলন্ত ক্ৰোদ্ধমনে
আনিবো মনুষ্য আছে যত॥
এই বুলি প্ৰভু পাপ বুলিয়া নুহিকে ভাল
বৈষ্ণৱক মোৰ মনে ভয়।
নকৰিব মত্তগৰ্ব্ব পৰম বৈষ্ণৱ সব
জানাহা বন্ধন নাহিকয়॥
এহিমতে কষ্টচিত হুয়া ভাৰ্য্যা সমন্বিত
হৰিক চিন্তিলা যমৰায়।
হৃদয়ত থাকি হৰি তাঙ্ক অনুগ্ৰহ কৰি
দেখাইলন্ত পৰম উপায়॥

সমাধিতে আসি হৰি বাক্যচয় বুলিলন্ত
শুনিয়ো নৃপতি যমৰায়।
ভকতি পথত মই বিঘিনিক পাতিবোহোঁ
পাচিবোঁহে গণেশ গোঁসাই॥

## তুলৰী।

হৰিৰ আদেশে স্বপ্নত গণেশে
যমৰায়ত কহিলন্ত।
পাছে ব্ৰহ্ম নাম যিটো বিপ্ৰে লৱে
তান সঙ্গে চলিলন্ত॥
ব্ৰহ্ম নাম ধৰি বৈষ্ণব বিপ্ৰত
কিছু ছিদ্ৰ নলভিব।
যিটো শূদ্ৰ গুৰু বেদৰ অযোগ্য
তান মনে প্ৰবেশিব॥
মনত প্ৰবেশি শূদ্ৰ সমস্তৰ
কৰিলা মতি চলন।
হৰি ভজনত মিলাইব বিঘিনি
হৈব অধৰ্ম্মত মন॥
সিকাৰণে পাচে সিটো শূদ্ৰ গুৰু
হৰিব পৰৰ নাৰী।
ঈশ্বৰৰ ইচ্ছা যিগোটা হৈবেক
কোনে বাধিবেক পাৰি॥
পাছে শূদ্ৰ গুৰু অপবাদ ভয়ে
তাক দুৰে নিয়া থৈব।
আজিকালি কৰি দশ মাস গৈলে
পুত্ৰ এক উপজিব॥
পাচে সিটো শিশু চাৰি পাচ ছয়
বছৰ ভৈলেক যেবে।
পুছিবেক শিশু শুনিয়ো জননী
পোছো এক কথা আবে॥

আমাসাৰ পিতৃ চিনায়োক মাতৃ
কোনোবা থানক গৈল।
হেন শুনি পাছে মাতৃয়ে বোলয়
তোৰ পিতৃ মৃত্যু ভৈল॥
তোৰ পিতৃ নাই পিতৃ সঙ্গী আছে
ত্বৰিতে সঙ্গ লৈয়োক।
সচঙ্গ পাতিয়া শিষ্যক ভজায়া
আছন্ত তাতে যায়োক॥
হেন শুনি শিশু পিতৃৰ সঙ্গীৰ
সঙ্গক পাইবন্ত যায়।
হীন বুলি সবে সঙ্গক নেদিব
তাৰা সবে অবগায়॥
পাছে খুজি শূদ্ৰ গুৰুৰ পন্থক
নাপাইবেক সিটো সঙ্গ।
শোকাকুল হুয়া থাকিবে বালক
কৰিব মনত খঙ্গ॥
সেহি সময়ত প্ৰবেশি মনত
বুলিবেক শিষ্য সবে।
শুনা শিশু বাণী ভকতিক শুনি
ধৰিতে পাৰা সত্বৰে॥
পাছে হেন শুনি অমৃত বচনে
বালকক সমাধিত।
বুলিব মোহোৰ মনোৰথ সিদ্ধি
হৈবেক জানো নিশ্চিত॥
জানিবা পাৰ্ব্বতী এহিমতে শিষ্যে
লভিব দেবতা বৰ।
স্বতন্ত্ৰ ভকতি পন্থত ধৰিব
কৰিব বেদ বিস্তৰ॥

বৈষ্ণব বিপ্রৰ শূদ্র মহন্তৰ
দুই পথ কৰি চন।
আপোনাৰ পথ প্রবর্ত্তাইবে প্রতি
কৰি বেদ যত মান॥
শুনিয়ো পাৰ্ব্বতী বন খেৰ আনি
যেন মিশলাই বিশ।
শুদ্ধ ভকতিত পতিবে বিঘিনি
অর্থযে সেহি সদৃশ॥
হেনভাৱ হৈয়া হৰিক চিন্তাত
একান্ত ভকতি কৰি।
আপোন পথক বাহিৰে ভিতৰে
দেখন্ত প্রকাশে হৰি॥
সাক্ষাতে সবাক ব্রহ্মক দেখয়
উপজিল মহাজ্ঞান।
চাণ্ডালৰ অন্ন ভুঞ্জিলেও দোষ
নাহি তাৰ বিদ্যমান॥
ইহাৰ প্রমাণ জানিবা পাৰ্ব্বতী
বৈষ্ণৱ ঋষি নাৰদ।
ভক্ত বৎসলক দেখি বিদ্যমান
নমিলাহা হেন পদ॥
সৰ্ব্বগত ব্রহ্ম যিজনে দেখিয়ে
তাৰ কিছু দোষ নাই।
ইটো পৰলোক নাহি পিয় জন
হৰিক ভজা সদায়॥
জানিবা পাৰ্ব্বতী নিবৃত্তিত থিতি
যিসব বৈষ্ণৱ চয়।
তাৰ অর্থে কিবা দোষিত হৈবেক
দেখে সবে হৰিময়॥

শুনা নৰ নাৰী ভবিষ্য সংগ্ৰহ
পদ অতি মনোহৰ।
তাহাৰ শ্ৰৱণে গুচয় দুৰ্ম্মতি
মোহ হুয়া সৰ্ব্বনৰ॥
হৰি হৰ পদ হৃদয়ে ধৰিয়া
সমজ্যাৰ যত লোক।
যাবদেকে প্ৰাণ থাকে বোলা ৰাম
বুলিয়ে এৰি আনক॥

---

# অসম-বুৰঞ্জী।

## গদাধৰ সিংহৰ আমোল।

পূৰ্ব্বে বুঢ়া ফুকনৰ ভয়ত দুজনা গোহাঞিক নগা চাঙ্গত থৈছিলে। গৰ্ভে সহিতে আই কুঞৰীদেও শাস্তিতে মৰিল। এনে দুঃখেৰে ফুৰি দক্ষিণপাটৰ বনমালী বাপুৰ সত্ৰত থাকিল। পাচে বনমালী বাপুএ অনুমতি দিলে, লানমাখু চেটিয়াৰ নাতি চেটিয়া বড়ফুকন বুজাবৰ কাৰণে। পাচে ই কথাতে ভৰ নিদি আপোনাৰ সেৱক চামগুৰিয়া লৰাটি ৺দেউ গুচে হেন দেখি সামান্যৰূপে ৰোজ বাজ দি উদাসীনৰ হাটিৰ বাজে ৰাখিলে। ততে থাকি সমস্তে দেখিলে ভকতৰ ঐশ্বৰ্য্য। ফুকন ৰাজখোৱা হাজৰিকা বড়া শইকিয়া পৰ্য্যন্তে ভকতৰ পৰা হৈ যায়। সেইক্ৰমে আদি সকলো সত্ৰতে বুজিলে। এদিন ডেকা বাপুএ তামুল খাই পিক পেলালে, তাৰে ছিটা কাপোৰত পড়িল। সেই কাপোৰ পিকৰ ছিটা সহিতে সেই দিন ধৰি চুঙ্গিৰ ঘৰত বান্ধি থৈছিলে। এনেৰূপে অসন্তোষ দিলে। পাচে ছোট বনমালী বাপুত ভৰসা নাপাই আপুনি আগ বাঢ়ি কলিয়াবৰলৈ গৈ গড়গঞা সন্দিকৈ ফুকন, চাৰিঙ্গিয়া ফুকন এই দুই জনাত আশ্ৰয় কৰি বন্দৰ বড়ফুকনক উপাই মন্ত্ৰণা কৰি বশ্য কৰি দিহিঙ্গীয়া বড়ফুকনক বঙ্গাল মাৰো বুলি গড়গাঞৰ পৰা অনাই একে যুগুতি হৈ তুংখুঙ্গিয়া কোঞৰক টিপাম ৰজা পাতি ২০ দিন থাকি চেটিয়া ফুকনে বনমালী বাপুৰ কথাকে লৈ ফুকন ৰাজখোৱা লৈ সোণৰ খাৰু, টেমি, কেৰু কুন্মীন কুয়াকাপোৰ দিলে। সকলেও ৰাখিলে, সন্দিকৈ নেওগ ফুকনে খামৰাক চাৰিঙ্গিয়া ফুকনে নাৰাখিবৰ দেখি চেটিয়া ফুকনে ভয় হৈ সকলোলৈকে কথাদি ২ দিন চকি দি সাবধানে থাকি আন দিন চেটিয়া ফুকনে টিপাম ৰজা গুচাই ৺দেউ পাতি প্ৰথমে সেৱা কৰিলে। পাচে সকলোৱে সেৱা কৰিলে। শক ১৬০৩ আষাঢ়ত।

সেই দুই জনাই ৺দেউ পতাৰ মূল, অন্য ডাল পত্ৰহে। পাচে সকলো উজাবলৈ ধৰিলে। পাচে ছোট বনমালী বাপুএ আগ বাঢ়ি আহি বড় ফুকনক বুজাই ওলোটাই ৰাখিবলৈ ধৰিলে। ৺দেউ শুনি খং কৰি উজাই গৈ চামগুৰিয়া ৰজাক ভাঙ্গি গড়গাঞ নগৰত শ্ৰীশ্ৰীগদাধৰ সিংহ ৺দেউ স্থিত শক ১৬০৩ শ্ৰাৱণৰ ২৪ দিন যাওঁতে

চন্দ্ৰবাৰ। পাচে লৰাটি ৺দেৱক নামৰূপিয়া পাতোঁ বুলি নামৰূপলৈনি নিৰস্ত্ৰ কৰিলে। পাচে ১৬০৩ শকত মাস ফাগুন চন্দ্ৰবাৰ ২৩ দিন গতে পাত্ৰ মন্ত্ৰী সকলোৰে সমালোচন কৰি বোলে, ১৫৯৩ শকত মেটেকিয়াল লালুক বড় ফুকনে গুৱাহাটীৰ থানা বঙ্গাললৈ এড়ি দিলে। ১৬০০ শকৰ ফাগুনৰ ১৪ দিন গতে বুধবাৰ লোকজন সহিতে নবাব মঞ্জুৰ খাঁয়ে গুৱাহাটীৰ গড় ললেহি। ৩ বৎসৰ পাচ মাহ অধিকাৰ কৰিলে। তদনন্তৰে ডাঙ্গৰিয়া সকলোৱে ৺দেৱেৰে সমালোচন কৰি চাৰি অধিক ষড় দশ শতং শাকে আষাঢ়ত গুৱাহাটীৰ থানা লবলৈ আজ্ঞা কৰিলে। লানমাখু চেটিয়া বড় ফুকনে, দিলিহিয়াল বুঢ়া গোহাঞিৰ বংশ চেঙ্গলাই ফুকন, ফুল বৰুৱাৰ পুতেক পানি ফুকন, শলাল বড় গোহাঞি, গড়গাঞৰ পৰা গল। লাপেটি ফুকনৰ পুতেক পানি দিহিঙ্গিয়া বড়বৰুৱা, পিকচাই চেটিয়াৰ নাতি শালো ফুকন এহি সকলক কতিপয় দিন আছোঁতে ৺দেৱে সিংহাসনত বহি পুছিলে বোলে গুৱাহাটীৰ মঞ্জুৰ খাঁক খেদিবাৰ কি বোলে। ৰাজা ৰাজ্য হলে যুদ্ধ কৰিবাক লাগে ইধৰ্ম্ম। শত্ৰুৰ অধীন হৈ থাকিতে ভাল নুই। পাচে মন্ত্ৰীসবেও প্ৰশংসা কৰিলে বোলে আমাৰো যুক্তি এয়েহে। ৺দেৱৰ আদেশে প্ৰাণটাঙ্কি যুজিম। ৺দেৱৰ ধাৰ লোণ চাউলৰ সুজিব পাৰিম। পাচে ৺দেৱে দৈৱজ্ঞদেৱৰ ঠাইত সুধিলে। সিহঁতে বোলে ভাদ্ৰত যুদ্ধ যাত্ৰা হৈ আছে, বঙ্গালক জিনি কামৰূপ ভোগ কৰিব লাগে, এহি যোগত পূৰ্ব্বে ৰামচন্দ্ৰে সমুদ্ৰ তৰি ৰাৱণক বধ কৰিছে। পাচে ৺দেৱে সকলোকে বটা প্ৰসাদে আজ্ঞা কৰিলে সকলো আহিল। উত্তৰে বাঁহবাড়ী ধৰিবলৈ পিকচাই চেটিয়াৰ নাতি ডেকা ফুকন, বড়গোহাঞি ফৈদিয়া নামডঙ্গিয়া ফুকন, বুঢ়াগোহাঞি ফৈদিয়া চেঙ্গধৰা ফুকন, বড়গোহাঁঞি ফৈদিয়া গজপুৰিয়া ৰাজখোৱা, নাম-ডঙ্গিয়া ফংপুং নামডঙ্গিয়া ৰাজখোৱা, চৈয়নিয়া সন্দিকৈ ফৈদিয়া তৰুৱা, দিহিঙ্গিয়া নেওগ ফৈদিয়া বড় অভয়পুৰীয়া, তৰ শলগুৰিয়া লাহন ৰাজখোৱা, নেওগ আৰু দখিনে সোণাপুৰ ধৰিবলৈ লানমাখু ফৈদিয়া উপৰ দৈয়ঙ্গিয়া ৰাজখোৱা, আঠগঞা নগঞা ৰজা লগুৱাত হাজাৰ গড়গঞা সন্দিকৈ ফৈঃ নাম দৈঃ ৰাজখোৱা, ডিমৰুৱা ৰজা, পাণবড়িয়া ৰজা, দিহিঙ্গিয়া বড়বৰুৱা, গড়গঞা সন্দিকৈ, নেওগ ফুঃ, চাৰিঙ্গিয়া ফুকন, লানমাখৰু ফৈঃ পুথাউ ফুঃ, দিখৌমুখিয়া ৰাজখোৱা নেওগ, লুইতে ভটিয়াই লানমাখৰু চেটিয়া বড় ফুকন ফুল বৰুৱাৰ ভতিজাক পানি ফুকন, বৰ বৰুৱাৰ পানি দিহিঙ্গিয়া ৰাজখোৱা, ৰাইডঙ্গিয়া হাজৰিকা, নড়া নেওগ, মিৰি সন্দিকৈ ফৈঃ পানি শল গুৰিয়া ৰাজখোৱা। আৰু সেহি সময়তে মঞ্জুৰ খাঁৰ উকিল শ্যাম সিংহক পঠালে। পাচে বৰবৰুৱা শুনি বোলে শ্যামসিংহক পঠোৱা বড় ভাল নহে। এই বুলি কণ্ঠ-

ভূষণ কটকীক পঠালে। সৰিয়হ তলিত ভাত খাওঁতে কণ্ঠভূষণে পাই ফিৰাই নিলে। পাচে দুইক নি শিলাত বড়ফুকনে লগ পাই সুধিলে বোলে ভাই নবাবক যি বুলিলে তাক নকৰিলে। ৺দেৱৰ আজ্ঞা নকৰিলে পাৰো নেকি ? পাচে শ্যামসিংহে বোলে দেও ভালা নবাবো তৈয়াৰ হৈ আছে। এহিৰূপে কথা বাৰ্ত্তা হৈ ভটিয়াই আহিল। শ্যামসিংহকো নিলে। এহিৰূপে উত্তৰে দক্ষিণে নাৱে কাজলি পালেহি। পাচে আসামৰ লোক সৰহ দেখি কাজলি, পানিখাতি, কুৰুৱা তিন ঠাইৰ থানা এড়ি বঙ্গাল গুৱাহাটী সোমালগৈ। বাঁহবাড়ী থানাকো তৰুৱা মানুহে মাৰিলে। ঘোড়াঁ বলধি কিছু পালে। সোণাপুৰৰ থানাকো মাৰিলে। বঙ্গালো কিছু পৰিল, ঘোড়াঁ আহিলা কিছু পালে। জয়দুৱাৰৰ লোকো ভাগি গৈ ইটাখুলি সোমাল গৈ। এহিৰূপে থানা সকল মাৰি নাৱে তৰে ইটাখুলি চাহবুৰুজত ধৰি গৈ উমানন্দতো বড় হিলৈ পাতিছিলে। দক্ষিণে দিহিঙ্গিয়া বড়বৰুৱা নেওগ ফুকন, চাৰিঙ্গিয়া ফুকন, নাম ডঙ্গিয়া ফুঃ, পুথাও ফুঃ, কালো ফুকন এই সকল শৰণিয়া পৰ্ব্বতৰ আগত গড় বান্ধি ৰহিল। পাচে ইটাখুলিৰ পৰা বঙ্গাল ওলাই আহি শৰণিয়াৰ কোঠত ধৰিলে, নোৱাৰি পুনৰ ইটাখুলি সোমালগৈ। জয়ন্তিসিংহে নাৱেও অনেক প্ৰকাৰে যুজিলে, নোৱাৰি নাৱৰ ভিতৰ সোমাল। পাচে চৌভিতি বেঢ়ি ধৰিলে। একো প্ৰকাৰে নাৱৰ পৰা নোলাই, যদি মাধচৰণে গা কৰে তেবে ওলায়। পাচে মাধচৰণে কৌপতিয়াই গা কৰিলত, জয়ন্তিসিংহে হাতত ধৰি ওলাই ঢাল তৰোৱাল পেলাই বোলে, ৺দেৱৰ শৰণাগত হলোঁ, ভাই মাধচৰণ আমাক ঈশ্বৰে যেথন বন্দী কৰালে তেখন জানিবি নবাবো বন্দী হৈল। পাচে আমাৰ মানুহে আৱৰি ধৰি আনিলে। উত্তৰ কোলে শলাল বড়গোহাঞি, চেঙ্গলাই ফুঃ, সদিয়াল মৰঙ্গিয়া আনো লোক জন চাহবুৰুজৰ সম্মুখে আছিলে। লোহিত্যৰ উত্তৰকোলে নাৱে চেটিয়া বড়ফুকন দক্ষিণে পানিফুকন। পাচে বঙ্গালে নোৱাৰি যুদ্ধ হাৰি ভাদ্ৰৰ ১ দিন গতে প্ৰভাতে ইটাখুলিৰ পৰা আনি আকবৰ লোক জন কিছু লগত লৈ নাৱে পাৰ হৈ মঞ্জুৰখাঁৰ ঠাইলৈ গল। তাক যাবৰ দেখি দেৰপৰ বেলা হলত আপোনাৰ গা ৰাখি মঞ্জুৰখাঁ নাৱে পলাই ৰঙ্গামাটি সোমালগৈ। সতমল আলিআকবৰ লগত গল। তাৰ ৰজা ইন্দ্ৰমণি, দলসিংহ, কবিৰ খাঁ প্ৰমুখ্যে ভাগি গৈল। পাচে চেটিয়া বড়ফুকন গুৱাহাটীতে ৰহিল। বড়বড়ুৱা প্ৰমুখ্যে সকলো নৌৱালোক মানাহ পৰ্য্যন্তে খেদি গৈল। মঞ্জুৰখাঁক ধৰিব নাপাৰিলে। ঘোড়া মহ গৰু বন্দুক তৰোৱাল জামদাৰ নাও ইত্যাদি বহুত পালে, ধন মাল বিস্তৰ পোৱা গল। শক ১৬০৫।

১৬০৬ শকত গড়গঞা সন্দিকৈ বড় ফুকন হলত, চাৰিঙ্গিয়া ফুকন মহাৰাজাক সেৱা কৰিবলৈ গল। সেই সময়ত গোহাঞিৰ নাতিয়েকে লোভগুৱাৰিৰ পুতেক জন্মিয়ে মেতিৰিয়ে তাজাং চেটিয়ায়ে ঠামহ হাজৰিকায়ে উমাই ঠিয়াৰ ভায়েক আসুল কোঞৰৰ নাতিয়েক বেবেজিয়া হাজৰিকা কমলা পতিয়ে, এই বোৰে নাহৰ কোঞৰৰ পুতেকক আনি গদাধৰসিংহ ৺দেৱক দ্ৰোহ চিন্তিবলৈ আলোচন কৰিলে। এই কথা চাৰিঙ্গিয়া ফুকনতো সিহঁতে জনালে। ফুকনে বোলে ইঠাইৰ আমি একো নহয়, গুৱাহাটীত হে মানুহ। এতেকে মই থাকোঁতে তহঁতে একো নকৰিবি। বিদাই কৈ চাৰিঙ্গলৈ গলে যিখান হয় কৰিবি। এই কথা ঢেকিয়াল বেতমেলা শয়কিয়ায়ে নাৰদ বড়ায়ে বুঢ়া চেটিয়াত কৈ মহাৰাজাত জনালে। ৺দেও এই বোৰক গোটাই সোধপোচ কৰি কথা হয় হেন দেখি সিহঁতক দণ্ড কৰিলে। ফুকনকো চাৰিঙ্গৰ পৰা আনি নিৰ্ভয় বচন বুলি বটা প্ৰসাদ দি গুৱাহাটীলৈ পঠাই দিলে। এই এক কথা, আৰু চাৰিঙ্গিয়া ফুকনৰ লড়ি মাক তিনটি ভায়েক মাজিঞোজনা ৰজাৰ টুকৰিয়াৰ জীয়েক কুঞৰীৰ পুতেকটিক গুৱাহাটীলৈ পলুৱাই আনিছে হেন ৺দেৱে শুনি তেওঁকো তেওঁৰ বায়েকক লচু খোৱাৰ ঘৰৰ বড়গাভৰুকো কুঞৰীকো মাৰিলে। বড়ফুকনলৈকো ৺দেৱে বুলি পঠালে, চাৰিঙ্গিয়া ফুকনৰ কোঞৰটি নিছে হেন যে শুনিছোঁ, ফুকনে ৰহস্যে ভালৰূপে বিচাৰ কৰিব। এইৰূপ কথা গাত লাগিবৰ হেন দেখি চাৰিঙ্গিয়া ফুকন মহাভয় হৈ সন্দিকৈ বড়ফুকনত কলে, বোলে মোক কিৰূপে ৰক্ষা কৰা। ৰক্ষা পৰো যেন নেদেখোঁ। পাচে বড়ফুকনে বোলে মহাৰাজা সোধপোচ কৰি শুদ্ধহে কৰে, ভয় নকৰিবা, একো নাই। মোক যিৰূপে দেৱতায়ে মোৰ বুলিছে তাক তুমি জানা। মোৰ ডিঙ্গি ওপৰ তোমাৰ ডিঙ্গি তল। ৰক্ষা পৰিম হেন জানিবা, এনেৰূপে অনেক বুজালে। পাচে দীঘলা বুড়া গোহাঞিৰ জকাইচুকিয়াক গুচাই বড়গোহাঞিক দিলে। কথাৰ বিধাৰণ দেখি মূৰ হাঁচটি এখান চেঙ্গৰাই ফুকনক দিলে বোলে এই হাঁচটি বড়ফুকনক দেখাই মোৰ অৰ্থে মাতিব। মানুহ যে গুচালে দেহ ৰক্ষা নপৰে হেন জানো। পাচে চেঙ্গৰাই ফুকনে পানিফুকনত নামডঙ্গিয়া ফুকনত বুঢ়া গোহাঞি যিৰূপে বুলিছিল সকলোখানি কলে। পাচে তিনিও বোলে বড়ফুকনত আমাৰ চাৰিৰো মানুহ গৈ এই খান জনাওক গৈ। সেই চাৰি মানুহে আহি বুড়া গোহাঞি যিৰূপে বুলিছিল হাঁচটি দেখাই সেইৰূপে জনালত বড়ফুকনে বোলে আমাৰ ৰাজ্যত তিনি জনা গোহাঞি ডাঙ্গৰ মানুহ, ই অযুগুত বচন কিয় বুলিছে। অকথা অসুয়াৰ পৰা যি হৈ পৈছে তাক সকলোৱে দেখিছে শুনিছে। আমাৰ পূৰ্ব্বা এই

খান হে হবলৈ আছে। মহাৰাজাক যেতিয়া সেৱা কৰিবলৈ যাওঁ গোহাঞিঞৰ অৰ্থে চাৰি আখৰ মাতিব পাৰোঁ। পাচে চাৰিঙ্গিয়া ফুকনে গড়গাঞৰ ভাল বতৰা শুনি ফুকনৰ কথাত ভৰসা নকৰি পাচে যুগুতি কৰি বোলে চেটিয়া ফুকনক ফুকন ভাঙ্গি সন্দিকৈক ফুকন লৈ ৺দেৱলৈ জনাই গলত আমাৰ কথাকে ৰাখিলে, এতিয়া যে আমাৰ কথাৰে একে নাহে এতিয়াও আমি যুগুতি হৈ পানিফুকনকে ফুকন লৈ জনাই পঠালে, বড়বৰুৱাত সংশয়েৰে নুবুলিব নোৱাৰিব, অবশ্যে বুলিব। এই যুগুতি কৰি সিপাৰৰ দপদৰত এঠাই হৈ হিলৈ কাণ্ড ধনু তৈয়াৰ কৰি বড়ফুকনৰ ঠাইলৈ মানুহ পঠাই বুলিলে, বোলে আগে যে নিদান হলে ৰাখিম বুলিছিল, এতিয়া চৰিঙ্গিয়া ফুকনৰ নিদান হৈছে কিৰূপে ৰাখে ৰাখকহি। আমি যে তোমাক নেড়িছোঁ। আমাক যদি তেয়োঁ এড়ে আমিও এড়িম। এই কথা শুনি ফুকনে বোলে সিবোৰ যি যুগুতি কৰি এঠাই হৈছে এই কথাও মই জনা নাই, এইৰূপে ৰক্ষা কৰিম হেনো বোলা নাই। এতিয়াও মোৰ কথা যদি শুনে সিবোৰ ঘৰাঘৰি গুচি আহক। চাৰিঙ্গিয়া ফুকনক যে অবশ্যে ৺দেৱে ক্ষমা কৰিব সিবোৰৰ পো নাতি লৈকো ভাত নামাৰিব। এই কথা বুলি গলত পানি গঞাদি সিহঁতক পঠাই দিলে। সিহঁতো গৈ ফুকনে যি বুলিলে সকলো বোৰ কলে। ফুকন বোৰে বোলে ইকথাই কথা নহয়, ফুকনে আপুনি আহি যি বুলিব লগা বোলক হি। নাহে যদি তাকো নিশ্চয় কৈ বুলি পঠাব। পাচে সি স্থলত আহিলত সিহঁতক চৰাতে থৈ পানি গঞা পৈ ফুকনত•জনালত, বোলে কথাৰ ধাৰণ লৰা ৰতনপুৰিয়া সিঙ্গৰা দৈয়াল বৰুকৰ পুতেক তাক শুনি নাওবৈচাৰ হাজৰিকা বলিমৰা এই হঁতক দেখো সিবোৰৰ লগত দেখো কাণ্ড ধনুৰে তৈয়াৰ হৈ আছে। ফুকনো বোলে মোৰ লগৰ মানুহ কোন আছে কোন নাই চাবাদ মানুহ দি চালে, ঢুলীয়া লগুৱা মাতৰ হে আছে, আন সকলো গল। ফুকন বোৰৰো যি মানুহ আহিছিল সিহঁতত সুধিছিল বোলে কি বুলিছেক, সিহঁতে বোলে আহে নাহে নিশ্চয় কৈ সুধি আহ গৈ। ফুকনে বোলে মোৰ লগৰ মানুহ আগে সিবোৰে নিলে, এনে বিধাৰণ কথাত মই কেনেকৈ যাম। পাচে এইহঁতে গৈ জনালত, ফুকন বোৰে ফুকনৰ মানুহ বাটিলৈ, চাৰিঙ্গিয়া ফুকন পানিফুকনৰ ঘৰতে থাকিল, আন বোৰ ঘৰাঘৰি গল। বকতিয়াল হৰিধন পাঞ্চনি ৺দেৱৰ ঠাইৰ পৰা পালেহি। সিপাৰৰ দপদৰত মেল হল। পাচনিয়ে বোলে আন দিন দক্ষিণ পাৰৰ দপদৰত হে মেল হুয়। বড় •ফুকনৰ নামে লিখা আহিছে। বড় ফুকনো নাই মহাৰাজা ৺দেৱৰ বটা সোণৰ কেৰু কুনমিল ‘কুনুথায়েৰে কাপৰ আহিছে ৺দেৱৰ আজ্ঞা বা কেনেকৈ কম বটা প্ৰসাদ বা

কেনেকৈ দিম। পাচে চাৰি ফুকনে বোলে সিপাৰৰো ইপাৰৰো ৺দেৱৰহে দপদৰ, আত একো দোষ নাই। আমি বড় ফুকনক মাতি পঠিয়াইছিলোঁ নাহে। আমাৰো মানুহ দিওঁ তোমাৰো মানুহ দিয়াঁ মাতি আনকগৈ। পাচে কুকুৰাচোৱা গাঞ্চমুৰাক দিলে, নিলোহি। পাচে মহাৰাজাৰ যি লিখা দিছিল তাক মাতিলে, বোলে চাৰিঙ্গিয়া ফুকনক যি বাদ দিছিল তাক মই সোধ পোচ কৰি যি দুই একৰ কথা লৰচৰ হল তাকো দণ্ডকৰা গল। আগেয়ো সিহঁতক বুলিছোঁ, দুই এক অপৰাধকো ক্ষমা কৰিম হেন। সন্দিকৈ ফুকনক মই যিৰূপে মোৰ বুলিছো তাক সকলোৱে জানে। ফুকনে মাতিলত চাৰিঙ্গিয়া ফুকনৰ যি কিছু অপৰাধ হৈছিল তাকো মই ক্ষেমিলোঁ। বড়ফুকনৰ বাক্য বচনে নৰলে অসুয়া অপ্ৰীতি কৰিলে এনেৰূপৰ যি হৈ গৈছে তাক সবেৱো দেখিছে। পাচে বটা পিন্ধি ৺দেৱক সাত সেৱা কৰি বড়ফুকনৰ লগৰ যি মানুহ নিছিল তাক এড়ি দিলে। আন সকলো ঘৰাঘৰি গল। চাৰিঙ্গিয়া ফুকন বড় ফুকনৰ ঘৰলৈ আহিল। দুয়ো একে লগে বহি কান্দিলে বোলে কোন বিধাতা নো দুইকো ভেদ লগালে। এই বুলি কাপৰ এসাজ দি পঠাই দিলে। আগ দিনা হৰিধন পাচনি উজাই গৈ এঁখেৰ সকলো কথা ৺দেৱত জনালত, বুঢ়া পাঞ্চনিকো কলিয়া কটকীকে ৩ গোহাঞিৰ তিনিটা ভাল মানুহকে বড়বৰুৱাৰ ফুকন বোৰৰো একোটা ভাল মানুহ, এই সকলক পঠাই দিলে। মোৰ কাকো মাৰিব কাটিবলৈ এনে খান চিত্তত নাই। তেওঁ যে সিহঁতকো দোখান কৰিম হেন চিত্তত সংশয় হৈছে অশ্বক্ৰান্তত হাত জোবোৰাই বুঢ়া পাচনিয়ে কলিয়া কটকীয়ে শপত কৰাব, এই খান বুলি মহাৰাজা যদি তোমালোকক কোনো খান কৰে তপ ধৰ্ম্ম যি কৰিছো সি ভ্ৰষ্ট হব। ৩ জনা গোহাঞিৰ মানুহে ও বড়ুৱা ফুকনৰ মানুহেও এইৰূপ শপত কৰিব, মহাৰাজাক যদি অহিত চিন্তো খাব পিন্ধিব নাপাম, অল্লায়ু হম, ৰাজাৰ খাণ্ডাত কটা যাম, বড় ফুকনকো যদি অসূয়া অপ্ৰীতি কৰোঁ। এই বুলি শপত কৰে যদি তেহে কাৰো চিত্তত একো নাই হেন জনা যাব। পাচে সকলোৱে হাত জোবোৰাই শপত কৰা হেন জনালত, পিকচাইৰ নাতিয়েক ডেকা ফুকনৰ লগত তামুলীক পঠালে। সি বুঢ়া গোহাঞি ফুকনৰ আগত দুই চাৰিয়ে শুনে হেন কৰি এইখান বুলিলে, বড় বৰুৱা নাওবৈচা ফুকন ডেকা ফুকন তিনিয়ো বুলি আহিছে চাৰিঙ্গিয়া ফুকনক আমি নেৰোঁ। এই কথা বুঢ়া গোহাঞি ফুকনে বড়ফুকনত জনালে। বড়ফুকনেও বুঢ়া পাচনিত কলে। বুঢ়া পাচনি সহিতে যি আহিছিল উজাই গৈ মহাৰাজাত জনালে।

পাচে মহাৰাজাও জানিলে সিহঁতৰ চিত্ত শুদ্ধ নহয়। এতেকে মহাৰাজা আপুনি শকত ৰবলৈ যত্ন কৰি ৰহিল। পাচে এই কথা ফুকন বোৰে শুনি চিত্তত থাৰি দিব নোৱাৰি যুগুতি কৰি চাৰিঙ্গিয়া ফুকনৰ লগলৈ হাজৰিকাবোৰক পঠালে। সিহঁতেও আহি ইটাখুলি সোমাই চাৰিঙ্গিয়া ফুকনে গড় দি তৈয়াৰ হৈ ৰল। সিপাৰৰ দপদৰতো সবে একে ঠাই হৈ সাৱধান হল। এই কথা শুনি বড়ফুকন বুঢ়া গোহাঞি ফুকন ওপৰ দৈয়ঙ্গিয়া নাম দৈয়ঙ্গিয়া এই বোৰ বড়ফুকনৰ ঘৰত তৈয়াৰ হৈ ৰল। পাচে বড় ফুকনক তৈয়াৰ হৈ ৰবৰ দেখি সিবোৰেও মিছা এখান কাকত কৰি সবাকে শুনালে দপদৰত। এই লেখিছিল, গড়গাঞত সৰাই ঘাটিয়াৰো একে কথা হল। আমি গড়গাঞত ধৰিম। সৰাইঘাটতো বড় ফুকনক ধৰিব। সৰাইঘটিয়ায়ে চাৰিঙ্গিয়া ফুকনে বোলে আমাৰ কথায়ে ৰয় নেকি? এইখান কৰিছোঁ তাৰে মোৰে একে কথাৰে পৰা কৰা গৈছে। পাচে বড় ফুকনে শুনি বোলে মহাৰাজাক ৰাখিবৰ নিমিত্তেহে যত্ন পুৰুষাৰ্থ। ৰাজাকো যে ৰাখিব নোৱাৰিলো মোৰ অৰ্থে কি যত্ন লাগে। এই বুলি চাৰি ফুকনে মানুহ পাঠালত, সকলো মানুহ এড়ি দি ঘৰ সোমাই থাকিল। পাচে বড় ফুকনৰ মানুহসবো বাটি ললে। বড় ফুকনক বলিমৰাক ৰখীয়া দি থলে। পাচে ৺দেৱে ভটিয়াই আহি চামধৰা গড় ললেহি। গড় আওতাই বালিগড় বান্ধি হিলৈ পাতি তৈয়াৰ হৈ ৰহিল। পাচে ৺দেৱে কলিয়া কটকীক পঠাই বুলিলে চাৰিঙ্গিয়া ফুকনক ভাঙ্গি খনিকৰ বড় বৰুৱাক ফুকন পাতি বুঢ়া গোহাঞি ফুকনৰ সলনি ডেকা ফুকনক পাতিব আৰু মহাৰাজা বুলিছে সিহঁত মাত্ৰ আহক মই একো নকৰো। আৰু বড় ফুকন আনো ফা ফুকন কোন কোনেকৈ আছে শীঘ্ৰে জানি আহগৈ। আৰু বুলিছে তোমালোকৰ সবাৰে ভাই পোৱে বোলে এশ ছকুৰি লোকৰ পৰিয়াল আমি এখেত আছোঁ, একোটা মানুহহে তত আছে। সিহঁতে যদি আমাক এড়িলে আমিও সিহঁতক এড়িলোঁ। একোটাৰ লগত আমিসবো মৰিব পাৰো নেকি। এইৰূপে কটকীয়ে বুলিলত, চাৰি ফুকনে বোলে উজনিৰ কথা কটকীৰ মুখত শুনিলোঁ। ভাটি দিকৰ কথা, কাজল পদ্মপাণিক পাচে দুয়ে কলে বোলে ডাঙ্গধৰাৰ পুতেকে দোৰোগাৰে কৈছে বোলে সকলো লোক তৈয়াৰ আছে। যেখন ফুকনবোৰে জনাই তেখন আমি যাম। পাচে কলিয়া কটকীয়ে পানি ফুকনক বুলিলে বোলে কি মিছা কথা কব দিয়া। ককায়েৰ বড় বৰুৱা জীয়েৰ বড়কুঞৰী আৰু নো কি হব খোজঁা। পাচে চাৰি ফুকনে বোলে আমি নগা লৰাৰ বন্দী নহওঁ ৺দেৱৰ হে বন্দী। আমি দেখোঁ একো অপৰাধ কৰা নাই, বড় ফুকনেৰে বোলাবুলি কৰিছোঁ। দেৱতা দেখো আমাক কাটিব মাৰিবলৈ

কলিয়াবৰলৈ খেদি আহিছে। একোৰূপে দেহ ৰক্ষা নপৰে হেন দেখি এই খান কৰিছোঁ। দিল্লীৰ পাৎসাও শুনিব আপোনাৰ বন্দীক মাৰিবলৈ আনো ৰাজা খেদি আহিছে। এতেকে আমাক মৰা কটাৰ পৰা তেওঁৰ একো যশস্তা নাই। আমাৰ পৰা যদি কোনো কথা হয় কাললৈ কথাহে থাকিব। এতিয়াও দেৱতা উজাই যাওক আমাৰো ভয় গুছিলে, ৺দেৱৰ চৰণত পৰিম গৈ, আৰু দুই চাৰি আখৰ প্ৰাৰ্থনা কৰি কলিয়া কটকীক পঠাই দিলে। সিঠাই পালত গৈ পুনৰ্ব্বাৰ বুঢ়া পাচনিকে কলিয়া কটকীকে ৩ গোহাঞিৰ তিনটা বৰ বড়ুৱা ফুকন বোৰৰ একোটা মানুহ পঠাই দিলে। সিহঁতে আহি বোলে মহাৰাজা এই খান বুলিছে। তোমালেকে যে সংশয় কৰা, গলে কোনো খান হয় হেন বুলি, আমাক হাত জোবোৰাই অশ্বক্ৰান্তত শপত কৰিব দিছে। আতে ৰাজে বোলে আমাৰ সমলিয়া নাওমানে যি, কলিয়াবৰত ৰাখিলে কি খাই জীম। পাচে চাৰি ফুকনো ঢাকৰিব যাই শিৰি ধন এৰি বুলি চাউল লৈ ৰাজক দিলে। পাচে পানিফুকনে উভয় শঙ্কটত পড়ি হাত জোবোৰাই শপত কৰাই নিৰ্ম্মল ৰাজখোৱা সহিতে উজাই গল। পাচে বড় ফুকন বড়গোহাঞি ফুকন ২ দৈয়ঙ্গিয়া ৰাজখোৱা আসুল চঙ্গ নেওগ বাইলুং নেওগ পানিফুকনৰ পুতেক আৰু দুই চাৰি হাজৰিকা সহিতে মঙ্গলবাৰে দপদৰত একে ঠাই হৈ ৩ ফুকনক ধৰিবলৈ যুগুতি কৰিলে। এই কথা তিনি ফুকনে শুনি বড় ফুকনকে গধূলা ধৰি চাৰিঙ্গিয়া ফুকনৰ ঘৰতে বন্দী কৰিবলৈ যুগুতি কৰিলে। এই কথা বড় ফুকনে ভুপাই মঙ্গলবাৰলৈ বাট নাচাই দেওবাৰেই সকলোলৈকে জ্ঞান দি দপদৰত বহি তিনি ফুকনলৈ তিনটা কটকী পঠালে। বোলে কলিয়াবৰৰ পৰা চাৰিঙ্গ ৰজায়ে দিহিঙ্গিয়া ফুকনে আহিছে। সন্দিকৈ বড়ফুকনক বড়ফুকন পাতিলেহি, তোমালোকক মেললৈ মাতিছে। সিবোৰে বোলে কি মিছা কথা ক। এইবুলি নাম ডঙ্গিয়া ফুকন আহি অশ্বক্ৰান্তত হিলৈ পাতিলেহি। চেঙ্গৰাই ফুকনো লুইতৰ কোখে কোখে হিলৈ পাতিলেহি। চাৰিঙ্গিয়া ফুকন ইটাখুলিত তৈয়াৰ হৈ বল। দিখৌমুখিয়া ৰাজখোৱা নড়ায়ে নাৱত উঠি উজাই ভটিয়াই আছিল। পানি ফুকনৰ মানুহে সহিতে পানি দিহিঙ্গিয়া ৰাজখোৱা ঘৰতে তৈয়াৰ হৈ বল। পানিশলগুৰিয়া ৰাজখোৱা বড় পুতেক আছিল. বড়ফুকনে মাতি পঠালে নাহিল, ঘৰতে দুৱাৰ বান্ধি আছিল। পাচে বড় ফুকনে বুঢ়া গোহাঞি ফুকনে দপদৰতে থাকিল। ৰাজখোৱা হাজৰিকা গৈ ইটাখুলিত চাৰিঙ্গিয়া ফুকনক বেঢ়ি ধৰিলে গৈ। অলপ খাৰ গুলি মাৰিলত চৰিঙ্গিয়া ফুকনৰ লগৰ মানুহ ভাগিল। চাৰিঙ্গিয়া ফুকনক ধৰি আনিলে। ফুকনক ধৰিবৰ দেখি নামডঙ্গিযা ফুকনে চেঙ্গৰাই ফুকনে

যি অশ্বক্ৰান্তত, লুইতৰ কোখত হিলৈ পাতি মাৰিছিল এড়ি ঘৰ সোমালগৈ। চাৰিঙ্গিয়া ফুকনক দপদৰত বন্দী কৈ থৈ গৰাং ঘোড়াচোৱাত কৈ তৰে ঘোড়াৰে জনাই পঠালে। সাবধানে বড় ফুকনো দোপদৰত ৰাতি থাকিল। সেই ৰাতিয়েই নামডঙ্গিয়া ফুকন তামুলী সহিতে সেন্দুৰীঘোপাৰ বাটে পলাল। পাচে পুৱা হলত বড়ফুকনে শুনি মানুহ দি বিচৰাই চেঙ্গৰাই ফুকনকে নামডঙ্গিয়া ফুকনৰ পুতেককে আৰু যাক যেনেকৈ পালে ধৰি আনি দপদৰত বন্দীকৈ থলে নি। পাচে ৺দেৱৰ ঠাইত ঘোৰাচোৱায়ে জনালত, বড় ফুকনকে যাব দিলে, পদকীয়া বোৰকো নিব দিলে। পাচে বড়ফুকন কলিয়াবৰ পালত গৈ ডাবি চুলি দেখি ৰাজা প্ৰজা সকলে মৰম কৰিলে। পাচে পদকীয়া চাৰিঙ্গিয়া ফুকনকে চেঙ্গৰাই ফুকনকে নাম ডঙ্গিয়া ফুকনৰ পুতেককে ডুমুনী শিলাত তিনিওকো টঙ্গনিয়াই মাৰি ভুৰ বান্ধি শূলত বহাই উটাই পঠালে। নাওবৈচা হাজৰিকাক বলিমৰাক কাটি মূৰ শূলত দিলে। পাচে দীঘলা বুঢ়া গোহাঞিক ভাঙ্গি মো গোহাঞিক বুঢ়া গোহাঞি পাতিলে। চাৰিঙ্গিয়া ফুকনৰ সলনি খনিকৰ ফুকন, পানিফুকনৰ সলনি বেলেগতিয়া ককায়েক, নিৰ্ম্মল ৰাজখোৱাৰ সলনি ডুৱৰাৰ পুতেক এই বোৰক সলাই সৰাই ঘাটলৈ বিদাই দি মহাৰাজা গড়গাঞলৈ গল। নামডঙ্গিয়া ফুকন যি পলাইছিল ভড়লি চকিত পাই ধৰি নিলে। পাচে ৰজাহাটত টঙ্গনিয়াই মাৰি শূলত বহুৱাই থলে। হাজৰিকা বোৰকো কাটি মূৰ শূলত দি থলে। পানি ফুকনক নিৰ্ম্মল ৰাজখোৱাক ঘৰলৈ খেদিলে। পাচে ৰঙ্গা বৰাহীয়ে বঙ্গাল অনা গোচৰ দিলত পানিফুকনক আনি পুৰণিহাটত চেপি মাৰিলে। শক ১৬০৬। পাচে গড় গঞা সন্দিকৈ নেওগ ফুকনে ১৪ বৎসৰ থাকি স্বয়ং মৃত্যু হল। পাচত ডুৱৰা ফুকনক বড়ফুকন পাতিলে। ৫ বৎসৰ থাকি স্বয়ং মৃত্যু হল। পচে দিহিঙ্গিয়া বড়বৰুৱাক বড়ফুকন পাতিলে। এক বৎসৰ থাকি গুৱাহাটীতে মৃত্যু হল। ১৬২৫ শকত পাত্ৰ বড়বড়ুৱাক বড় ফুকন পাতিলে।

---

# বলোৰাম দ্বিজ।

## ব্ৰহ্মবৈবৰ্ত্ত পুৰাণ।

### ( কৃষ্ণজন্ম খণ্ড )

জয় জয় কৃষ্ণ দেৱ জগত কাৰণ।
ৰাধিকা সহিতে নমো ব্ৰহ্ম সনাতন ॥
দেহৰূপা ৰাধা দেৱী আত্মা কৃষ্ণ দেৱ।
একব্ৰহ্মে দুই জন আন নাহি কেৱ ॥

হেন ৰাধা কৃষ্ণ পদে কৰোহো প্ৰণতি।
নৰ নাৰায়ণ নমো নমো সৰস্বতী।
গুৰুৰূপ কৃষ্ণ দেৱ আত্মা নাৰায়ণ।
চৰণে প্ৰণাম কৰো ভৱ বিমোচন ॥

সংসাৰত আছে যত লোক চৰাচৰ।
সবাকে ব্যাপিয়া আছে আত্মা নিৰন্তৰ ॥
শ্ৰীকৃষ্ণ দেৱতা নাম বাচক হোৱয়।
বাচ্য বাচকৰ স্থিতি বৈষ্ণৱত হয় ॥

দ্বন্দ্ব শূন্য সমবাদি যাত নাহিকয়।
বৈকুণ্ঠ গোলোক মুকুতিক নবাঞ্চয় ॥
হেনয় বৈষ্ণব বিষ্ণু নাহিকে অন্তৰ।
তাহান চৰণে মই নমো নিৰন্তৰ ॥

সমুদ্ৰ সদৃশ শাস্ত্ৰ ব্ৰহ্মবৈবৰ্ত্তৰ।
শ্ৰীকৃষ্ণ জনম খণ্ড অতি স্বাদুকৰ ॥
হৃদি স্থিতি হুয়া মোক দেৱ হৃষীকেশ।
সৰস্বতী দেৱী সমে দিয়া উপদেশ ॥

শ্ৰীকৃষ্ণ জনম খণ্ড পুৰাণতো সাৰ।
মোৰ মন নিমজিলে কৰিবে পয়াৰ॥
অল্প মতি হুয়া মোৰ সাস গুৰুতৰ।
তৰিবাক খজো যেন অপাৰ সাগৰ॥

গৰুড়ৰ উড়াও দেখিয়া পক্ষীগণ।
উড়াও কৰিতে যেন কৰয় যতন॥
মোৰো সেহি পটন্তৰ জানা জ্ঞানীচয়।
পাখা অনুৰূপে পক্ষী তথাপি উড়ায়॥

সাধুগণে অল্প গুণ তাহাকো লৱয়।
বহুতো দোষক দেখি নিন্দা নকৰয়॥
ক্ষমাসে উচিত ধৰ্ম্ম হৱে মহন্তৰ।
মোৰ দোষচয় ক্ষমা কৰা নিৰন্তৰ॥

বাল বৃদ্ধ গুৰু সবে অনুমতি দিল।
পয়াৰ কৰিবে মোৰ উদ্যোগ জন্মিল॥
হৃদি স্থিতি হুয়া মোক নন্দৰ নন্দন।
উপদেশ দিয়া হৌক পয়াৰ শোভন॥

যদি নিন্দা কৰে মোক শাস্ত্ৰজ্ঞ সকল।
মোৰ পাপ ক্ষয় হৈব তাতো মহা ফল॥
যেন তেন মতে হৌক কৃষ্ণ গুণ গান।
ইহাকেসে বাঞ্ছা কৰে জানা সাধুজন॥

নিৰ্দ্দোষ কৰিয়া কেনে কৰিবে পয়াৰ।
দোষক নধৰে সাধু গুণ কৰে সাৰ॥
মোৰ বাক্যচয় যদি অশুদ্ধ হোৱয়।
কৃষ্ণৰ কথায়ে সবে মিশ্ৰ হুয়াচয়॥

কৃষ্ণৰ জন্মক কহো অতি অদভুত।
শ্ৰৱণ কীৰ্ত্তনে পাপ তাপ পৰে টুট॥
সংসাৰ সাগৰ মাঝে হৰি নামে সেতু।
হেলাৰঙ্গে তৰিবাৰ এয়ে মাথো হেতু॥

কশ্যপৰ অংশে ভৈল বসুদেৱ জাত।
অদিতিৰ অংশে ভৈল দেবকী সাক্ষাত॥
পূৰ্ব্ব পুণ্য ফলে পাইল কৃষ্ণক তনয়।
তাহান চৰিত্ৰ কহো শুনা মহাশয়॥

হৃদিকৰ পুত্ৰ ভৈল দেবসীঢ় নাম।
তান পুত্ৰ সুৰ ভৈল অতি অনুপাম॥
সাৰিয়া নামত কন্যা সুৰে বিহাইলন্ত।
দুইহানো তনয় ভৈল বসুদেব সত॥

দেৱসীঢ় পুত্ৰ সাৰি সাত জন্মিলন্ত।
সুৰৰ তনয় ভৈল বসুদেৱ সন্ত॥
বসুদেৱ জন্ম দিলে ৰঙ্গে দেবগণ।
দুন্দুভিকে আদি বাদ্য বজাইলা তেখন॥

পুৰাণত সন্ত সবে তান নাম থৈল।
আনক দুন্দুভি নাম এতেকেসে ভৈল॥
যদুবংশে জাত ভৈল আন্ধক তনয়।
দেৱক যে নাম ভৈল জ্ঞানী মহাশয়॥

তাহান দুহিতা ভৈল দেবকী যে কন্যা।
পৰম সুন্দৰী পুণ্যৱতী অতি ধন্যা॥
যদুকুলাচাৰ্য্য গৰ্গ ঋষি মহাসন্ত।
দুইহানো সম্বন্ধ বিবাহক কৰাইলন্ত॥

বহুত সম্ভাৰ কৰি বসুদেৱ সন্ত।
শুভক্ষণে দেৱকৰ গৃহ পশিলন্ত
দেৱকেয়ো বিধিৱতে দিলা তাঙ্ক কন্যা।
পৰম সুন্দৰী দেৱকী যে মহাধন্যা॥

দেৱকে দিলন্ত অশ্ব হাজাৰ ত্ৰিতয়।
ৰথ গজ দিলা তিনি শত মহাশয়॥
সালঙ্কৃতা দাসী দাস শতৰ ত্ৰিতয়।
নানা বিধ দ্ৰব্য ৰত্ন দিলা মহাশয়॥

মনিশ্ৰেষ্ঠ হীৰা মুক্তা মালা মনোহৰ।
সুৱৰ্ণৰ পদ গণ দিলন্ত বিস্তৰ॥
জলৰ দিলন্ত পাত্ৰ শুদ্ধ সুবৰ্ণৰ।
ভোজনৰ পাত্ৰ দিলা অতি ৰুচিকৰ॥

ষড় ৰত্নে বিভূষিতা কন্যা সুৱদনী।
শত চন্দ্ৰ সম শোভা কমল নয়নী॥
কন্যা সমে বসুদেৱ ৰথত চড়িল।
ৰঙ্গে প্ৰজা গণো তান লগত চলিল॥

হৰ্ষে কংস ৰাজা ভগিনীৰ প্ৰীতি কৰি।
সেহি বেলা ৰথৰ ধৰিলা বাঘজৰী॥
সেহি ৰথে একে লগে কৰয় গমন।
সি বেলা শুনিলা ৰাজা আকাশী বচন॥

কংসক সম্বুদ্ধি বাক্য বোলয় গগণ।
নেদেখি শৰীৰ বাণী শুনিলা তেখন॥
কিয় কৰ হৰ্ষ ৰাজা শুনা সত্যবাক।
ইহেন অষ্টম গৰ্ভে বধিব তোমাক॥

দেবকীৰ অষ্টম তনয় কংস ৰাজ।
তোহোৰ হৈবেক মৃত্যু নাহিকয় বাজ॥
আকাশী বচন শুনি ভয়ে কংসৰাই।
ক্ৰোধে কম্পমান ভৈল থিৰ নোহে কাই॥

সনাইত তিখান খড়গ সিতো তুলি লৈল।
দেৱকী দেবীক কাটিবাক সাজ ভৈল॥
হেন দেখি সুপণ্ডিত বসুদেব সন্ত।
নীতি শাস্ত্ৰ জ্ঞানী নীতি বাণী বুলিলন্ত॥

বসুদেৱ নিগদতি শুনা নীতি বাণী।
ৰাজ নীতি নজানাহা তুমি মহামানী॥
ইহাঙ্ক বধিলে দুষ্কৃতিৰ নাহি পাৰ।
নৰককো নেদেখাহা নাহিকে নিস্তাৰ।

ক্ষুদ্ৰ জন্তু হিংসকক বধিয়া পণ্ডিত।
মৃত্যুকালে কাৰ্যাপণ কৰে প্ৰায়শ্চিত্ত॥
অহিংসক ক্ষুদ্ৰ জন্তু বধে শত গুণ।
প্ৰায়শ্চিত্ত কৰি শুদ্ধ হোৱয় নিপুণ॥

পশু আদি বিশিষ্ট জন্তুক বধ সাৰ।
তাৰ শত গুণ পাপ লভয় নিকাৰ॥
অজ্ঞানত প্ৰায়শ্চিত্ত এহি পাতকৰ।
জ্ঞানত দ্বিগুণ হৰে সমস্তে পাপৰ॥

তাক বধি কাম কৰি পাপ হৰে যত।
ম্লেচ্ছ এক বধি পাপ লভে তাৰ শত॥
ম্লেচ্ছ শত বধি পাপ লভে যত যত।
সৎ শূদ্ৰ এক বধি পাৱয় সমস্ত॥

শূদ্ৰ শত বধি পাপ লভে যত যত।
গোৰ এক বধি পাপ পাৱয় সমস্ত॥
গোৰ শত বধি পাপ লভে যত যত।
একৈক ব্ৰাহ্মণ বধি পাৱয় সমস্ত॥

বিপ্ৰ বধ পাপ জানা তিৰী বধে হয়।
চন্দ্ৰ দিবাকৰ কাল যাতনা ভুঞ্জয়॥
ইহাঙ্ক বধাহা যদি তুমি মহাশয়।
তিৰী বধ শত পাপ হৈবেক নিশ্চয়॥

তপ জপ দান পূজা তীৰ্থ দৰিশন।
স্বৰ্গ অৰ্থে হোম বিপ্ৰ কৰায়ে ভোজন॥
ইতো পাপে কৰে ৰাজা সমস্তকে নাশ।
ঘোৰ নৰকত তাৰ হোৱয় নিবাস॥

জল বুদ বুদ দেহ স্বপ্ন সম মানি।
সততে কৰয় পুণ্য সন্ত সবে জানি॥
তযু বংশ পদ্ম মধ্যে প্ৰকাশ ভাস্কৰ।
তুমি সম ধৰ্ম্মিষ্ঠ আছয় কোন নৰ॥

ভগিনীক তেজা ৰাজা ধৰ্ম্ম পথ চাই ।
শিষ্ট অনুপানে তুমি আছাহা বঢ়াই ॥
কোটি বিধ জ্ঞানী আছে তোমাৰ সভাত ।
বধৰ কথাক তুমি পোছা তাসম্বাত ॥

যদি তোমাৰ মনে সংশয় লাগয় ।
ইহান অষ্টম গৰ্ভে অপত্য যিহয় ॥
তোমাৰ হাতত দিবো সেহি অপত্যক ।
সেহি অপত্যক কিবা সাধিবে কাৰ্য্যক ॥

নহেবা ইহান গৰ্ভে অপত্য যতেক ।
তোমাত অৰ্পিবো নিয়া দেখিবা প্ৰত্যেক ॥
তুমি সম বন্ধু মোৰ আছে কোন আন ।
কন্যা তুল্যা ভাগিনীক নবধা পৰাণ ॥

বসুদেৱ বাক্য সত্য মানি কংস মনে ।
দেৱকীক এড়িলন্ত মনত বিকলে ॥
দেৱকী সহিতে পাছে বসুদেৱ সন্ত ।
মনত বিষাদে নিজ গৃহ পশিলন্ত ॥

কতোদিন অন্তৰে দেৱকী দেবী সতী ।
বসুদেৱ বীৰ্য্য হন্তে ভৈল গৰ্ভৱতী ॥
কীৰ্ত্তিমন্ত সম্মৰ্চ্ছন ঋজু ভদ্ৰসেন ।
দেৱকীত জন্মিলন্ত সুভদ্ৰ সুসেন ॥

এক এক কৰি ক্ৰমে বসুদেৱ সন্ত ।
কংসৰ আগত নিয়া ছয়কো দিলন্ত ॥
ক্ৰমে ছয় পুত্ৰক বধিল কংস ৰাই ।
মহা দুষ্টমতি সিতো ঘাতুক পৰাই ॥

সত্যক পালিয়া দিলা পুত্ৰ মনোহৰ ।
কোননো ইত্যজ আছে মহন্ত সবৰ ॥
পাছে সপ্তম যে গৰ্ভ ভৈল দেৱকীৰ ।
ভয়ত ৰখিয়া দিলা কংসে কৰি থিৰ ॥

কৃষ্ণ আজ্ঞা কৰি মায়া গৰ্ভ দেবকীৰ।
ৰোহিনীৰ উদৰত থৈলা কৰি থিৰ॥
ৰক্ষক সকলে কৈল কংসৰ আগত।
দেবকীৰ গৰ্ভস্ৰাৱ ভৈলেক সাম্প্ৰত॥

গৰ্ভ আকষণ হেতু নাম সংকৰ্ষণ।
অনন্তেসে নিজ অংশে ভৈল উতপন॥
পুনু দেৱকীৰ গৰ্ভ অষ্টম ভৈলন্ত।
বায়ুয়ে সম্পূৰ্ণ কাৰ গৰ্ভক থৈলন্ত॥

এহি মতে নৱ মাস দেবকীৰ গৈল।
সম্পূৰ্ণ দশম মাস উপস্থিত ভৈল॥
সেহি কালে উৰত দেৱ ভগৱন্ত।
সমস্তৰে সাক্ষী কৃষ্ণে দৃষ্টি কৰিলন্ত॥

আপুনি দেবকী দেবী পৰম সুন্দৰা।
যুবতী গণৰ মাঝে নাহি যাৰ সৰি॥
চাৰি গুণ কান্তি ভৈল দৃষ্টিত কৃষ্ণৰ।
প্ৰকাশ কৰয় সতী যেহেন ভাস্কৰ॥

প্ৰফুল বদনপদ্ম কান্তি অতিশয়।
আপোন তেজেৰে দশ দিশো প্ৰকাশয়॥
ছায়া দেবা যেন মত প্ৰকাশ কৰয়।
কান্তিৰ সমূহে যেন মূৰ্ত্তিমতী হয়॥

হেনৰূপ দেখি কংস দুষ্ট দুৰাশয়।
পৰম বিস্ময় হুয়া মনত গুণয়॥
দেৱকী উদৰে বাসা লৈলন্ত শ্ৰীহৰি।
এহি গৰ্ভে মোৰ মৃত্যু জানো নিষ্ট কৰি॥

এহি ভাবি কংসে বসুদেৱ দেৱকীক।
নিহল দিলন্ত ৰক্ষা দিলন্ত অধিক॥
পূৰ্ণ দশ মাস যেবে ভৈল দেবকীৰ।
গৰ্ভ পূৰ্ণ হুয়া সতী ভৈলন্ত গম্ভীৰ॥

নচলয় হাত পাৱ জড় ৰূপী ভৈলা।
বায়ু পূৰ্ণ গৰ্ভে হৰি বাস নকৰিলা॥
হৃদি পদ্ম মধ্যে দেবকীৰ অধিষ্ঠান;
তাহাত কৰিলা বাস দেব ভগৱান॥

ৰিশ্বম্ভৰ উদৰত ধৰি দেবী সতী।
মন্দিৰৰ অভ্যন্তৰে প্ৰকাশ কৰন্তী॥
জড়ৰূপা ভৈলা দুখ সহিয়া থাকয়।
ক্ষণো উঠে ক্ষণো বসে ক্ষণো স্থিতি হয়॥

এক পাদে গতি কৰি ক্ষণোহো চলয়।
ক্ষণো বেলা পৃথিবীত শুতিয়া থাকয়॥
বসুদেৱে দেবকীৰ দেখি দুঃখ চয়।
প্ৰসূতি সময় মনে কৰিলা নিশ্চয়॥

প্ৰসূতি সময় জানি হৰিক স্মৰিলা।
ৰত্নৰ প্ৰদীপ গণ গৃহত লগাইলা॥
মন্ত্ৰ তন্ত্ৰ জ্ঞানী বৈদ্য গণক আনিলা।
লৌহ খড়গ জল অগ্নি গৃহত থাপিলা॥

পণ্ডিত ব্ৰাহ্মণ আনি বসুদেৱ সন্ত।
বন্ধু পত্নী গণকো গৃহত থাপিলন্ত॥
আত অনন্তৰে শুনিয়োক মুনিবৰ।
এহি মতে গেল যেবে ৰাত্ৰিৰ প্ৰহৰ॥

সেহি বেলা ব্যাপিলেক সমস্ত আকাশ।
মেঘে সমে বিদ্যুতিকা কৰয় প্ৰকাশ॥
আঠ বায়ু বহিলেক মেঘৰ লগত।
সেহি বেলা নিদ্ৰা গৈল ৰক্ষক সমস্ত॥

শয্যাত শুতিয়া ৰৈল মৃতক সমান।
ৰক্ষক সবৰ নাহিকয় শ্ৰুতি জ্ঞান।
স্তুতি কৰিবাক লাগি ত্ৰিদশ ঈশ্বৰ।
আত অনন্তৰে আইলা জানা মুনিবৰ॥

ব্রহ্মা হৰ ধৰ্ম্ম তিনি দেৱ মধ্যেবৰ।
দেৱকী উদৰে কৃষ্ণ জগত ঈশ্বৰ॥
দেৱগণ নিগদতি অনন্ত,অব্যয়।
জগত যোনি তুমি অযোনি নিশ্চয়॥

কান্তিৰ স্বৰূপ আদি নিৰ্গুণ মহন্ত।
গুণাশ্রয়ে সগুণ হোৱাহা ভগৱন্ত॥
ভক্ত ধ্যান অনুৰোধে ধৰাহা সাকাৰ।
নিৰ্ব্যূহ যোগী ৰঙ্কুশ তুমি নিৰাকাৰ॥

আনো নানা তুতি দেৱে কৰিল বিস্তৰ।
নকৰিলোঁ পদ আমি বাহুল্যক ভয়॥
এহি তুতি কৰি দেৱে নমি বাৰম্বাৰ।
আনন্দ লোতক বহি যাই ধাৰাসাৰ॥

আকাশৰ পৰা দেৱে পুষ্প বৰিষিলা।
নিজ মন্দিৰত সবে প্রবেশি ৰহিলা॥
ব্রহ্ম বৈবৰ্ত্তৰ স্তব মহাপুৰাণৰ।
নাৰায়ণ নাৰদ সম্বাদ মনোহৰ॥

দেৱকৃত স্তব ইতো শ্রীকৃষ্ণ খণ্ডৰ।
শ্রীকৃষ্ণৰ স্তোত্র নাম অতি মনোহৰ॥
নাৰায়ণ বদতি নাৰদ ব্রহ্মা সূত।
কহো শুনা কৃষ্ণ জন্ম অতি অদভুত॥

সপ্তম মূহুর্ত্ত যেবে এহি মতে গৈল।
অষ্টম মুহুর্ত্ত আসি উপস্থিত ভৈল॥
সেহি বেলা জল বৃষ্টি ভৈল নিৰন্তৰ।
নিশ্চেষ্টে পৰিয়া ৰৈল মথুৰা নগৰ॥

ঘোৰ অন্ধকাৰ নিশা নেদেখি অপৰ।
মৰা যেন ভৈল চেষ্টা নাহি ৰক্ষকৰ॥
অতি শ্রেষ্ঠ ভৈল কাল বেদেৰো দুৰ্জ্জেয়।
শুভ গ্রহে লগ্নক দেখিলা অতিশয়॥

পাপ গ্ৰহে নেদেখিল লগ্নক কিঞ্চিৎ।
কৃষ্ণাষ্টমী অৰ্দ্ধ ৰাত্ৰি ভৈল উপস্থিত ॥
ৰোহিনী নক্ষত্ৰ ভৈল যোগ জয়ন্তীৰ।
সেহি বেলা সমস্তৰে ভৈলা মনস্থিৰ ॥

ভয়ে সূৰ্য্য আদি কৰি গ্ৰহগণ যত।
শুভ দৃষ্টি কৰি চাইলা জন্মৰ কালত ॥
গগণে ৰাশিৰ ক্ৰম তেজি গ্ৰহগণ।
মীনৰ ৰাশিত থিতি ভৈল তেতিক্ষণ ॥

কৃষ্ণৰ জন্মৰ কালে হৰ্ষে গ্ৰহগণ।
ব্ৰহ্মাৰ আজ্ঞায়ে আসি ভৈল সুপ্ৰসন ॥
মূহুৰ্ত্তেক কাল সবে গ্ৰহগণ আসি।
মহাহৰ্ষে স্থিতি ভৈল একাদশ ৰাশি ॥

আকাশত জল বৃষ্টি কৰে মেঘগণ।
সুশীতল বায়ু বহিলেক তেতিক্ষণ ॥
সেহি বেলা পৃথিবী ভৈলন্ত সুপ্ৰসন্ন।
দশোদিশ প্ৰসন্ন নিৰ্ম্মল তাৰাগণ ॥

ঋষি মুনি যক্ষ নৰ গন্ধৰ্ব্ব কিন্নৰ।
সমস্তৰে মন শান্ত ভৈল নিৰন্তৰ ॥
দেৱ দেৱীগণৰো ভৈলন্ত শান্ত মন।
স্বৰ্গে নৃত্য কৰিলন্ত অপসৰা গণ ॥

গন্ধৰ্ব্বৰ ৰাজে গীত গাইলা মনোহৰ।
মৃদঙ্গ বজাইলা বিদ্যাধৰে নিৰন্তৰ ॥
সুখে নদ নদী সবো কৰিলা গমন।
ধূম্ৰ তেজি অগ্নি সবো জ্বলিল তেখন ॥

দুন্দুভি আনক আদি বাদ্যগণ যত।
ৰঙ্গ মনে দেবগণে বজাইলা শাঙ্গত ॥
পাৰিজাত পুষ্প বৃষ্টি দেৱে আকাশত।
কৰিলন্ত মন ৰঙ্গে তুতি নতি যত ॥

জয় শব্দ শঙ্খ ধ্বনি তুৰি শব্দ যত।
সেহি বেলা কৰিলন্ত সমস্তে লোকত ॥
অনন্তৰে জন্মকালে পৃথিবী আসিয়া।
প্ৰবেশিলা সতী নাৰী ৰূপক ধৰিয়া ॥

নাৰীৰ লগত ভূমি সাদৰি কৃষ্ণক।
মনে নমি প্ৰবেশিল সূতি মন্দিৰক ॥
আত অনন্তৰে দেবী দেবকী ভূমিত।
বেদনায়ে পড়িলন্ত হুয়া বিমূৰ্চ্ছিত ॥

দেৱকী উদৰ হন্তে সেহি সময়ত।
বায়ু বাজ ভৈল শ্ৰুতি নাহি শৰীৰত ॥
সেহি সময়ত কৃষ্ণে দিব্য ৰূপধৰি।
দেৱকীৰ হৃদি পদ্ম হন্তে লীলা কৰি ॥

আবিৰ্ভাব ভৈল কৃষ্ণ শৰীৰ সুন্দৰ।
অতি কমনীয় ৰূপ জগত ঈশ্বৰ ॥
দ্বিভুজ মুৰলী হস্তে প্ৰকাশ কৰয়।
মকৰ কুণ্ডল দুই কৰ্ণত শোভয় ॥

প্ৰসন্ন হসিত হাসি মুখে মনোহৰ।
ভকতক অনুগ্ৰহে হোৱন্ত কাতৰ ॥
মনীন্দ্ৰ ৰতন্ সাৰে ভূষণে ভূষিত।
শ্ৰীবৎস কৌস্তুভ হৃদয়ত প্ৰকাশিত ॥

কিশোৰ বৰিষ শান্ত কান্ত মনোহৰ।
ব্ৰহ্মা হৰ আদি কৰি সমস্তৰে পৰ ॥
পূৰ্ব্বে বসুদেৱে হেন ৰূপক দেখিলা।
মহাহৰ্ষে দেবকীয়ো পাছে নিৰখিলা ॥

পৰম বিস্ময় মন ভৈল দুইহান্তৰ।
ভক্তি ভাৱে নম্ৰ কৰি আপোন কন্ধৰ ॥
চক্ষুৰ লোতকে পূৰ্ণ পুলক শৰীৰ।
দেৱকী সহিতে বসুদেৱ মহাধীৰ ॥

প্ৰণাম কৰিলা দুয়ো কৰিয়া ভকতি ।
কৃতাঞ্জলি কৰি আৰম্ভিলা দুয়ো তুতি ॥
বসুদেৱ দেৱকী ৰদতি দামোদৰ ।
অতীন্দ্ৰিয় বিভূ তুমি অব্যক্ত অক্ষৰ ॥

যোগী ধ্যান গম্য তুমি নিৰ্গুণ ঈশ্বৰ ।
পৰমাত্মা স্বেচ্ছাময় স্বেচ্ছাৰূপধৰ ॥
লিপিবাক নপাৰয় জ্যোতিৰূপধৰ ।
পৰংব্ৰহ্ম বীজ ৰূপ সমস্তৰে বৰ ॥

স্থূলতো কৰিয়া স্থূলতৰ সনাতন ।
সবাৰে ব্যাপক অতি সূক্ষ্ম অদৰ্শন ॥
সবাৰো শৰীৰে সাক্ষীৰূপে হোৱা স্থিত ।
তথাপি নেদেখে তযু মায়ায়ে মোহিত ॥

শৰীৰ সহিত ভৈলে বোলয় সগুণ ।
গুণ শূন্য ভৈলে তুমি হোৱাহা নিৰ্গুণ ॥
অনন্তে সহস্ৰ মুখে তুতি কৰিবাক ।
তুতিৰো অসাধ্য সৰস্বতীৰো যাহাক ॥

পঞ্চবক্ত্ৰে শিৰে তুতি কৰিবাক প্ৰতি ।
নপাৰয় ব্ৰহ্মায়ো কৰিবে যাক তুতি ॥
গণেশ কাৰ্ত্তিক দুয়ো কৰিবাক তুতি ।
অসমৰ্থ হুয়া সবে কৰয় প্ৰণতি ॥

দেৱতা মুনীন্দ্ৰ ঋষি মুনি সমুচয় ।
কৰিবে নপাৰে তুতি তোমাক নিশ্চয় ॥
তোমাক কৰিবে তুতি বেদো নপাৰয় ।
কেমনে কৰিবে তুতি বেদজ্ঞানী চয় ॥

আমি মূঢ় কেন মতে কৰিবোহো তুতি ।
তোমাৰ চৰণে মাত্ৰ কৰোহে প্ৰণতি ॥
ইতো দিব্য ৰূপ ত্যজিয়োক কৃপাময় ।
বালক স্বৰূপ ধৰিবাক যোগ্য হয় ॥

বসুদেৱ কৃতস্তৱ ত্ৰিসন্ধ্যা কালত।
যি পাঠ কৰে ভক্তি লভয় মনত ॥
হৰিদাস গুণান্বিত পুত্ৰক লভয়।
সৰ্ব্ব শত্ৰু ভয় শঙ্কটতো নিস্তৰয় ॥
ব্ৰহ্মবৈবৰ্ত্তৰ পদ জনম খণ্ডৰ।
বসুদেৱ স্তৱ নাম ইতো মনোহৰ ॥

---

নাৰায়ণ বদতি নাৰদ মুনিবৰ।
বসুদেৱ স্তুতি শুনি জগত ঈশ্বৰ ॥
প্ৰসন্ন বদন ভক্তে অনুগ্ৰহ কৰি।
দুইহাক্কো বুলিলা বাণী আপুনি শ্ৰীহৰি ॥
শ্ৰীকৃষ্ণ বদতি দুয়ো শুনিয়ো বচন।
উগ্ৰতপ আচৰিলা পূৰ্ব্বে দুয়োজন ॥
সেহি ফলে মোক পুত্ৰ লভিছা সম্প্ৰতি।
বৰ লৱা তযু ভদ্ৰ হৈব মহামতি ॥
তপস্বীৰ মাঝে শ্ৰেষ্ঠ পূৰ্ব্বে মহামতি।
সুতপা নামত আছিলাহা প্ৰজাপতি ॥
তযু ভাৰ্য্যা আছিলেক পৃষ্টি নামে সতী।
তপ কৰি আৰাধিলা দুয়ো মহামতি ॥
তপৰ অন্তত মোক ভৈল দৰিশন।
সেহিকালে বুলিলাহা হেনয় বচন ॥
তোমাৰ সমান পুত্ৰ হৈবেক আমাৰ।
এহিবৰ দিয়া বুলি কৰিলাহা সাৰ ॥
মোৰ সম পুত্ৰ আন ত্ৰিভুবনে নাই।
পৃষ্টিগৰ্ভ নামে পুত্ৰ ভৈলোহো সি ঠাই ॥
দ্বিতীয় জন্মত ভৈলা অদিতি কশ্যপ।
সেহি জন্মে পুত্ৰ ভৈলো বামন স্বৰূপ ॥
কশ্যপৰ অংশে জাত তৃতীয় জন্মত।
মোৰ পিতৃ হুয়া জন্ম ধৰিলা সাম্প্ৰত ॥

অদিতি দেৱকী ভৈলা কন্যা দেৱকৰ ।
তিনি জন্মে পুত্র ভৈলো মই দুইহান্তৰ ॥
পূৰ্ব্বৰ তপৰ ফলে তোৰা দুই জন ।
পৰিপূৰ্ণ মোক পুত্র পাইলাহা এখন ॥

তোৰা দুই ভজা মোক পুত্র ভাৱ কৰি ।
নহে ব্রহ্ম ভাৱে মোক থাকাহা সুমৰি ॥
অৱশ্যে লভিবা মোক নাহিকে প্রয়াস ।
জীৱন্তে মুকুত হৈবা পাইবা মোৰ বাস ॥

কংসক সংশয় যেবে যশোদা ভবন ।
শীঘ্র মোক লৈয়া ভুমি কৰিয়ো গমন ॥
যশোদাৰ গৃহে মোক থৈয়া মহামতি ।
তান কন্যা যোগমায়া আনিবা সম্প্রতি ।

এহি বুলি দেৱ হৰি দুইহানো সাক্ষাত ।
বালক স্বৰূপ ভৈল মায়ায়ে তথাত ॥
দিগম্বৰে পৃথিবাত কৰিছা শয়ন ।
শ্যাম কলেবৰ শিশু অতি বিতোপন ॥

হেনয় শিশুক দেখিলন্ত দুয়োজন ।
বিষ্ণুৰ মায়ায়ে মোহ ভৈল দুয়োজন ॥
সূতিকা মন্দিৰে কিবা দেখিলা সপোন ।
হেনয় মনত মানিলন্ত দুয়োজন ॥

কোলে লৈয়া দেবকীয়ো দিলা মুখে স্তন ।
সেহি বেলা দুয়ো কৰিলন্ত আলোচন ॥
কোলাত শিশুক লৈয়া কৰিলন্ত গতি ।
বসুদেৱে শীঘ্র কৰি গোকুলক প্রতি ॥

আপুনি নিহল দ্বাৰ সবে মুক্ত ভৈল ।
অনন্তে আসিয়া শিৰে ছত্রক ধৰিল ॥
ইতিহাস এক কহো শুনিয়ো মহন্ত ।
যমুনাৰ তীৰ যেবে শৌৰিয়ে পাইলন্ত ॥

বাৰিষা যমুনা নদী ঢৌ বিপৰীত।
ভাসে ফেন ফোটাকাৰে লাগে অতি ভীত॥
যমুনা দেখিয়া পাছে কৃষ্ণৰ বচন।
পৰম বিস্ময়ে সতী নমিয়া চৰণ॥

জলচয় অন্তৰাই মাঝে পথ দিল।
বসুদেৱে তাতো ভয়ে যাইবে নপাৰিল॥
হেন দেখি কৃষ্ণে তাত মায়াক কৰিলা।
সুন্দৰ জম্বকী এক তথাতে স্ৰজিলা॥

সেহি পথে জম্বকীয়ে পদ গতি কৰি।
যমুনা চড়াই গৈল দেখিলন্ত শৌৰি॥
কোলাত কৃষ্ণক লৈয়া বসুদেৱ সন্ত।
ভয়হীন হুয়া সেহি পথে চলিলন্ত॥

যমুনাৰ মধ্য যেবে বসুদেৱে পাইল।
কোলা হন্তে শিশু সেহি জলত পড়িল॥
কংস ভয়ে পূৰ্ব্বে গৃহে স্নান নকৰাইল।
এতেকে যমুনা জলে আপুনি স্নানিল॥

মহাভয়ে শোক কৰি বসুদেৱ সন্ত।
বিচাৰি বিচাৰি পুনু পুত্ৰক পাইলন্ত।
যমুনা চেড়াই পাছে বসুদেৱ সন্ত।
ক্ষণেকতে গোকুল নগৰ পশিলন্ত॥

নন্দ আদি কৰি যত গোপ গোপীগণ।
সূতিকা গৃহত সবে ভৈল অচেতন॥
মায়াৰ প্ৰভাবে সবে মৃতক আকাৰ।
সেহি বেলা মুক্ত ভৈলা সমস্তে দুৱাৰ॥

সূতি গৃহ পশিলন্ত বসুদেৱ সন্ত।
নিদ্ৰান্বিতা যশোদাক তাত দেখিলন্ত॥
যশোদা সমীপে আছে কন্যা মনোৰমা।
মুখে অল্প হাসি তপ্ত কাঞ্চন উপমা॥

মুখ পদ্ম প্রসন্ন যে যোগ মায়া সতী।
গৃহৰ শেখৰ চাহি তথাতে হাসন্তী॥
হেনয় কন্যাক দেখি বসুদেৱ সন্ত।
কিনো অদভুত হেন মনে মানিলন্ত॥

কন্যাক কোলাত লৈয়া পুত্ৰক থৈলন্ত।
পুনু আসিলন্ত শীঘ্রে বসুদেৱ সন্ত॥
মথুৰা প্রবেশি হর্ষে বসুদেৱ সন্ত।
আপোন সূতিকা গৃহ প্রবেশ ভৈলন্ত॥

দেবকী সমীপে বসুদেৱে কন্যা নিয়া।
শুৱায়া থৈলন্ত সবে কন্যাক কহিয়া॥
দেবকীয়ো স্বামী সমে কন্যাক দেখিলা।
পুত্র ৰহিবাৰ পদে আনন্দ লভিলা॥

বালিকায়ো সেহি কালে কৰিলা ক্রন্দন।
শুনিয়া চেতন পাইল সবে ৰক্ষাগণ॥
মন্দিৰৰ অভ্যন্তৰ পশি ৰক্ষীগণ।
দেবকী সহিতে কন্যা দেখি তেতিক্ষণ॥

ৰক্ষক সকলে কোলে কন্যাক লৈলন্ত।
কংসৰ সমীপ লাগি বেগে চলিলন্ত॥
বসুদেৱ দেৱকীয়ো শোক কৰি বৰ।
কন্যাৰ পাচত চলে কৰিয়া কাতৰ॥

কন্যাক দেখিয়া কংসে হৰিষ নপাইল।
মাৰিবাক মনে ক্রোধে কন্যাক ধৰিল॥
পাষাণত আছাৰিয়া মাৰিবাক মনে।
কন্যাক লৈলন্ত তুলি কংস নিদাৰুণে॥

সেহি বেলা বসুদেৱ দেৱকী সুন্দৰী।
কংসক বুলিলা বাণী অতি শোক কৰি॥
হে হে কংস নৃপ শ্রেষ্ঠ শুনিয়ো বচন।
নীতি শাস্ত্রে বিশাৰদ তুমি মহাজন॥

সেঁহি মতে নৰপতি ৰত্ন বৃষ্টি কৰি।
ধনৱন্ত দৰিদ্রক থৈলা সমে তৰি ॥
ৰত্নৰ আলয় ৰাজা যেহেন সাগৰ।
পৰম গহন বুধি নাহি পটন্তৰ ॥

হেন নৃপতিৰ আজ্ঞা শিৰোগত কৰি।
কৃষ্ণ পদ পঙ্কজক হৃদয়ত ধৰি ॥
নিগদতি দ্বিজবৰ শুনা সভাসদ।
নিবন্ধ কৰিবো গীত গোবিন্দৰ পদ ॥

ৰাধা মাধৱৰ ইতো বিনোদ বিহাৰ।
ইহাক শুনিয়া তৰা দুৰ্ঘোৰ সংসাৰ ॥
আনন্দ কৰিবে যাৰ উত্ৰাৱল চিত।
সিয়ো জনে ইহাক শুনোক প্ৰতিনিত ॥

মৎস্য আদি দশ অৱতাৰ মোক্ষ জানি।
তাহান চৰিত্ৰ নিবন্ধয় মহামানী ॥
প্ৰলয় পয়োধি গীত পৰম স্থন্দৰ।
আৰম্ভো ইহাৰ পদ শুনা সবে নৰ ॥

প্ৰলয় সাগৰ জল হন্তে যিতো হৰি।
উদ্ধাৰিলা চাৰি বেদ মহা লীলা কৰি ॥
সিবেলাত যাৰ দেহা ভৈলা নৌকা সম।
হেন মৎস্য ৰূপী প্ৰভু গুণে অনুপম ॥

জগতৰ ঈশ্বৰ কেশৱ যদুপতি।
জয় জয় দেব হৰি অগতিৰ গতি ॥
কুৰ্ম্মৰূপে বহল পিঠিত বসুন্ধৰী।
অপ্ৰয়াসে ধৰি আছা তুমি দেৱ হৰি ॥

তাৰ ভৰে তোমাৰ পিঠিৰ তেজ চয়।
চক্ৰাকাৰে মৰি আছে অধিকে শোভয় ॥
হেনয় কেশৱ কুৰ্ম্মৰূপী কৃপাময়।
জগত ঈশ্বৰ হৰি কৰো জয় জয় ॥

আমাসাৰ বধিলাহা তুমি পুত্ৰ ছয়।
কৃপাকৰি কৰি কন্যা খানি দিয়া মহাশয়॥
তোমাৰ বধৰ হেতু অষ্টম তনয়।
উপজিল কন্যাঁ আত নাহিকে সংশয়॥

কন্যাক বধিয়া ৰাজা তুমি পৃথিবীত।
কোননো ঐশ্বৰ্য্য সাধিবাহা মনোনিত॥
কোটি সিংহ সম বলী তুমি পৃথিবীত।
তোমাক বধিবে কন্যা সংগ্ৰাম ভূমিত॥

হেন অদভুত কথা পতিয়াব কোনে।
কন্যা খানি দিয়া শোক গুচাও আপোনে॥
ঘাতুক কংসক বুলি হেন প্ৰয়োজন।
কংসৰ আগত শোকে কৰন্ত ক্ৰন্দন॥

দুইহানো বচন শুনি কোপে কংসৰাই।
দুইহাঙ্কো বুলিলা বাণী অধম কম্পাই॥
কংস নিগদতি অৰে শুন দুই জন।
বিধাতা দৈবৰ গতি বুজিব কেমন॥

বিধাতাৰ গতি কোনে বুজিবে পাৰয়।
তৃণেয়ে পৰ্ব্বত বিদাৰিবে শক্তি হয়॥
কীটে সিংহ শাৰ্দ্দুলক সংহাৰ কৰয়।
শশকে গজক সংহাৰিবে শক্তি হয়॥

শিশুৱে বৃদ্ধক সংহৰিবে শক্তি হয়।
ক্ষুদ্ৰ জন্তু মহত জন্তুক সংহৰয়॥
মূষিকে মাৰ্জ্জাৰ বধে মণ্ডুকে সৰ্পক।
জন্যে জনকক বধে ভক্ষে ভক্ষকক॥

শুকান তৃণেয়ো বহ্নি নষ্টক কৰয়।
বহ্নিয়ো জলক নষ্ট কৰয় তেনয়॥
এক দ্বিজ অগস্তিয়ে সপত সাগৰ।
জন্তু সমে পান কৰিলেক মুনিবৰ॥

বিধাতাৰ গতি জানা বিচিত্র দুৰ্জ্জেয়
তিনিয়ো ভুবনে যাৰ গতি নজানয় ॥
দৈৱ গতি বালিকায়ে মোক বধিবাক।
সমর্থ হৈবেক কালে জানিবা ইহাক ॥

এহি কার্য্যে বিচাৰ নকৰি জানা মই।
অবশ্যে তোমাৰ কন্যা বধিবো নিশ্চয় ॥
এহি বুলি কংস ৰাজা অতি কোপ মন।
কন্যাক বধিবে লাগি কৰিলা যতন ॥

সেহি বেলা শুনিলন্ত আকাশৰ বাণী।
হে কংস কি দেষে মাৰস কন্যা খানি ॥
তোৰ বৈৰ স্থিত ভৈল আন যে স্থানত।
ইতো কন্যা তোৰ বৈৰ নোহে স্বৰূপত ॥

আকাশ বচন শুনি কংস মহামানী।
বসুদেৱ দেৱকীক দিলা কন্যা খানি ॥
কন্যাক লভিয়া দুইৰো ৰঙ্গ ভৈল মন।
কন্যা লৈয়া দুয়ো গৈলা আপোন ভবন ॥

কংস তুষ্ট হুয়া বসুদেৱ দেৱকীৰ।
নিহল গুচায়া বাক্যে কৰিলন্ত স্থিৰ ॥
মৰি উপজিল কন্যা দুইৰো মনে ভৈল।
ব্রাহ্মণক লাগি বহু ধন ৰত্ন দিল ॥

সেহি কন্যা কৃষ্ণৰ ভগিনী ভৈল আৰ।
পাৰ্ব্বতীৰ এক অংশে জন্মিল সুসাৰ ॥
ৰুক্মিনীৰ বিবাহৰ যাত্রাৰ কালত।
বসুদেৱে সেহি কন্যা দিলন্ত পাচত ॥

শঙ্কৰৰ অংশ দুৰ্ব্বাসাত ভক্তি কৰি।
পাৰ্ব্বতীৰ অংশ কন্যা দিলন্ত সাদৰি।
অনেক যৌতুক সমে বসুদেৱ সন্ত।
দুৰ্ব্বাসাত ভক্তি ভাৱে বিবাহ দিলন্ত ॥

এহিৰূপে কৈলোঁ জন্ম আখ্যান কৃষ্ণৰ।
জন্ম মৃত্যু জৰা ব্যাধি গুচে নিৰন্তৰ ॥
সুখকো পুণ্যকো সাধে শ্ৰৱণে যাহাৰ।
কৃষ্ণৰ চৰণে হোৱে ভকতি সুসাৰ ॥

ব্ৰহ্মবৈবৰ্ত্তৰ পদ মহাপুৰাণৰ।
শ্ৰীকৃষ্ণৰ জন্ম খণ্ড অতি মনোহৰ ॥
সপ্তম অধ্যায় নাৰায়ণ মুনিবৰ।
নাৰদৰ আগে কহিলন্ত ৰুচিকৰ ॥

শুনা সভাসদ পদ অমৃত কৰ্ণৰ।
ৰাধা কৃষ্ণ নাম মুখে লৈয়ো নিৰন্তৰ ॥

ইতি শ্ৰীকৃষ্ণ জন্ম খণ্ডে শ্ৰীকৃষ্ণ জন্ম ৰহস্য নাম সপ্তম অধ্যায় সমাপ্তঃ।

---